প্ৰকাশক :—
শ্ৰীবিচিত্ৰ নাৰায়ণ দত্তবৰুৱা বি, এল,
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী

# ইছ্‌লাম সোপান

১ম-ভাগ

১৯৫৮ চন

মূল্য—১॥০ অনা

শ্ৰীগুৰু প্ৰেছত মুদ্ৰিত
মালিগাওঁ, গুৱাহাটী



# উৎছৰ্গা



মোৰ ভক্তিৰ পাত্ৰ আৰু

ঘণাই বুজ লওঁতা

**জোনাব মৰহুম কুদৰত আলি চৌধুৰী কাননুগো ককাই**

চাহেবৰ পবিত্ৰ নামত

এই ক্ষুদ্ৰ সংগ্ৰহ খনি

উৎছৰ্গা কৰিলোঁ।।



সেৱক

**এ, ৰহমান্ চাহ**

১৯১৪ চন ২ জানুৱাৰী।

## দ্বিতীয় বাৰৰ তাঙৰণ

ইছলাম সোপান কিতাপখনি ছপোৱা আজি বহুদিন হৈ গ'ল। আৰু কিতাপো শেষ হৈ গ'ল। সংগ্ৰহ কাৰক চাহাবে আজি ছপাম কালি ছপাম বুলি পেলাই থৈ দিছিল। মাজে মাজে বহুত মানুহে কিতাপখনি বিচাৰি অহাত দিব নোৱাৰি ছপোৱাৰ ভাৰ ময়ে হাতত লৈ প্ৰচাৰ কৰিবলৈ আগ বাঢ়িলোঁ। কিতাপখনিৰ কলেবৰ আগত কৈ বেছি হোৱাতো সকলোৰে সুবিধাৰ কাৰণে আগৰ মূল্যই থাকিল। আশা কৰোঁ সকলো মুছলমান ভাই ককাই বাই ভনীয়ে মৰম চকুৰে চাব, আৰজ ইতি।

কুমাৰ পাৰা<br>গুৱাহাটী<br>১২।৪।৩৮ — প্ৰকাশিকা

## তৃতীয় বাৰৰ তাঙৰণ

ইছলাম সোপান কিতাপখনি মুছলমান সম্প্ৰদায় ভাই সকলৰ কৃপা দৃষ্টিত অতি সোনকালে শেষ হোৱাত আকৌ ছপাবলৈ বাধ্য হলো, আশা কৰো এতিয়াও তেখেত সকলৰ মহব্বতৰ জৰিত "ইছলাম সোপান" মেৰ খাব। কিতাপৰ কলেবৰ আগতকৈ বেছি হোৱাত ছপাখানাৰ খৰছ অনুসাৰে মূল্যও বেছি কৰিবলৈ বাধ্য হলো।

আজিজোৰ ৰহমান চাহ<br>১৫।২।৫৪

মই মুন্সি আজিজোৰ ৰহমান চাহৰ সংগৃহীত অসমীয়া ভাষাৰ "ইছলাম সোপান" কিতাপ খনি পঢ়ি চাই বৰ সুখী হলোঁ। মুছলমানৰ কৰ্ত্তব্য কামবিলাক ইয়াত বিদ্যামান লৰাই আৰবী পাঁচী, পঢ়াৰ বাহিৰেও ইয়াৰ সহায় ললে, নামাজ. ৰোজা, অজু. ইত্যাদি বিষয় বেচ শিকিব পাৰিব। আসামত অসমীয়া ভাষাত লিখা পুথি এই খনেই প্ৰথম, আৰু সৰ্ব্বসাধাৰণৰ উপকাৰী। শিক্ষা বিভাগৰ ঘাই গৰাকীসকলে পাঠশালাৰ মকৃতবত নিৰ্দ্দিষ্ট কৰি দিলে নথৈ শলাগিম। ইতি—

ডিব্ৰুগড়, ১০।৮।১৪

শ্ৰীবসিৰউদ্দিন আহমদ. পেন্সনাৰ হেডক্লাক,
অনাৰৰী মাজিষ্ট্ৰেট সদৰ কোৰ্ট
ডিব্ৰুগড়।

Please handle the book carefully

মুন্সি আজিজোৰ ৰহমান চাহ চাহেবে লিখা "ইছলাম সোপান" কিতাপখনি দেখি বৰ খুছি হলোঁ। আজিলৈকে কোনেও অসমীয়া ভাষাৰ মছাইলৰ কিতাপ লিখা নাই, সৰু সৰু লৰা-ছোৱালী আৰু অলপ অসমীয়া জনা মানুহে ইয়াৰ পৰা বেচ উপকাৰ পাব। সকলো অসমীয়া মানুহে ঘৰে ঘৰে একো খন ৰখা উচিত।

ডিব্ৰুগড়, ৮।৮।১৪

এম, আবদুল বাৰী, হেড মৌলভি,
গৱৰ্ণমেণ্ট হাইস্কুল।

# সূচীপত্ৰ

# আল্লাহো আক্‌বৰ

## ইছ্‌লাম ধৰ্ম

ইছ্‌লামৰ মূল হৈছে "ছলম্", ছলম মানে শান্তি। ইয়াৰ অন্তৰ্গত থকা লোকেইহে প্ৰকৃত সুখী। গতিকে ইছ্‌লামক— খোদাতালাৰ আদেশ পালন কৰা বুজায়। ই পবিত্ৰ, আদি আৰু আল্লাহ'ৰ একমাত্ৰ মনোনীত ধৰ্ম। আমাৰ আদি পুৰুষ, হজৰত আদ'ম (আঃ)ৰ পৰা প্ৰচলিত হৈ, খোদাতালাৰ অনুগ্ৰহত, সম্পূৰ্ণ ইছলাম ধৰ্মৰ নবুযত আমাৰ শেষ নবী মোহাম্মদ মোস্তফা (ছঃ)ৰ প্ৰতি অৰ্পিত হৈছে। ইছ্‌লাম বাদী সকলৰ মতে মানব সমাজত ইছ্‌লাম ধৰ্মৰ বাহিৰে আন কোনো বিভিন্ন ধৰ্মমতৰ মুক্তি থাকিব নোৱাৰে। কাৰণ আদমৰ পৰা আৰম্ভ কৰি সংসাৰ ধ্বংস হোৱাৰ শেষলৈকে আন কোনো ধৰ্ম আল্লাই মানবৰ কাৰণে মনোনীত কৰা নাই আৰু নকৰে। ইছ্‌লামবাদীৰ মতে এই ধৰ্ম সকলো ধৰ্মতকৈ শ্ৰেষ্ঠ, কেতিয়াও এই ধৰ্ম বিনাশ হব নোৱাৰে, আৰু পৰকাললৈ থাকিব। পবিত্ৰ কোৰআন ছবীফৰ ৩ পাৰাৰ ৯ ৰুকুত লিখিছে,— অৰ্থ,—"দীন ইছ্‌লাম নিশ্চয় আল্লাহতালাৰ ওচৰত অতি পছন্দনীয়।"

আকৌ ৬পাৰাৰ ৪ৰুকুতত লিখা আছে যে,—অৰ্থ—"হে দীনদাৰ মোছলমান সকল! আজি মই তোমালোকৰ কাৰণে 'ইছলাম' আৰু মোৰ নেয়াম'ত সম্পূৰ্ণ কৰিলো, আৰু দীন ইছলাম তোমালোকৰ কাৰণে মনোনীত কৰিলো।"

হজৰত আবতুল্লাহ (ৰাজিঃ)ৰ পৰা বৰ্ণিত আছে যে,—এদিন হজৰত জিবৰাইল (আঃ)এ ছাহাবী সকলক ইছলাম ধৰ্ম শিক্ষা দিবলৈ মন কৰি ছদ্মবেশে সাধাৰণ বস্ত্ৰ পৰিধাণ কৰি হজৰত ৰছুলে কৰীম (ছাঃ)ৰ ওচৰত আহি বহি সুধিলে, "হে হজৰত! কোন্ কোন্ কামত ইছলাম ধৰ্মৰ ভেটি স্থাপন হব পাৰে?"

শুনি হজৰত ৰছুলে কৰিম (ছঃ)এ উত্তৰ দিলে,—"১ম কলেমা পঢ়ি আল্লাহ আৰু ৰছুলক বিশ্বাস কৰা, ২য় পাচ ওৱাক্তৰ নামাজ পঢ়া। ৩য় ৰমজান ছৰীফত ৰোজা ৰখা, ৪ৰ্থ ধনবান হলে জাকাত দিয়া, ৫ম ধনৰ বল থাকিলে কাবা ছৰীফলৈ গৈ হজ্জ কৰা।" এই পাঁচটি কামত ইছলাম ধৰ্ম স্থায়ী হয়। ইয়াকে শুনি প্ৰশ্নকাৰী বলে, "আপুনি নিশ্চয় সত্য কৈছে।"

ইয়াৰে পৰাই সকলোৱে বুজিব লাগিব যে, মানুহে যেতিয়া প্ৰথমতে কলেমা পঢ়ি আল্লাহ আৰু ৰছুলৰ প্ৰতি বিশ্বাস কৰি ইছলামৰ ছাঁত আশ্ৰয় লৈ ঈমাণৰ বীজ চটিয়ায়, তেতিয়া সেই বীজৰ পুষ্টি সাধনৰ কাৰণে চাৰি প্ৰকাৰৰ সাৰ অৰ্থাৎ খোদাৰ আদেশ "ফৰজ" আদায় কৰা একান্ত কৰ্ত্তব্য। যেনেকৈ মানুহৰ আত্মা শৰীৰত চাৰিটা বস্তুৰ বাহিৰে স্থিতি থাকিব নোৱাৰে,

তেনেকৈ ঈমানেও চাৰিটা বস্তুৰ বাহিৰে স্থিতি থাকিব নোৱাৰে। সেই চাৰিটা বস্তু হৈছে,—আব, আতছ খাক্ আৰু বাদ। এই চাৰিটা বস্তুৰ দ্বাৰাই শৰীৰ সৃজন হৈছে। কিন্তু 'আত্মা' সেই কেইটাৰ ভিতৰত মূল, ই অমৰণ অভগণ। সেই নিচি-নাকৈ ইছ্লাম ধৰ্মাৱলম্বী সকলৰ মূল হৈছে নামাজ, ৰোজা, জাকাত আৰু হজ্জ; এই চাৰিটা কমই ইছ্লামৰ শৰীৰ। যেনেকৈ আব, আতচ, খাক্ আৰু বাদ এই চাৰিটাৰ ভিতৰত কোনো এটা নাথাকিলে শৰীৰ স্থিতি নাথাকে তেনেকৈ নামাজ, ৰোজ, জাকাত আৰু হজ্জ, ইয়াৰ কোনো এটিৰ অভাবত ইছলাম স্থিতি হৈ থাকিব নোৱাৰে।

এতেকে ভাই সকল! আমি সময় থাকোতে কলেমা পঢ়ি ইছ্লাম ধৰ্মৰ প্ৰতি ঈমান (বিশ্বাস) আনি নামাজ, ৰোজা, জাকাত আৰু হজ্জৰ কাৰ্য্যসমূহ একাগ্ৰ চিতে আদায় কৰা উচিত, তেতিয়াহে ইছলাম ধৰ্মক প্ৰকৃততে প্ৰতিপালন কৰা হব।

## আক্বীদা বা বিশ্বাস স্থাপন

( মৌঃ আফ্তাবুদ্দিন আহাম্মদ সাহিত্য ৰত্নৰ কিতাপৰ চাঁলৈ )

যিবোৰ বিষয়ৰ প্ৰতি বিশ্বাস স্থাপন কৰা একান্ত কৰ্ত্তব্য, তাকে "আক্বীদা" বা বিশ্বাস স্থাপন কৰা বোলে।

প্ৰশ্ন:—ইছ্লাম কাক বোলে? কি কি গুণত ইছ্লাম স্থিতি স্থাপন হব পাৰে? গ্ৰন্থ কৰ্ত্তাই ঈমানক কিহৰ লগত তুলনা কৰিছে? ঈমানৰ 'সাৰ' কি, কি আৰু সেই সাৰৰ অভাবত ইছ্লাম কি হব পাৰে? আমাৰ শৰীৰত তুলনা দি বুজাই দিয়া।

পৰম কৰুণাময় আল্লাহতালাৰ পবিত্ৰ কোৰাণ মজীদত আদেশ কৰিছে যে, "হে মোৰ বিশ্বাসী বান্দা সকল! তোমালোকে নিজে আৰু তোমালোকৰ পৰিয়াল সকলক দোজখৰ জুইৰ পৰা উদ্ধাৰ কৰা।"

এতিয়া কি কৰিলেনো আমি সেই দোজখৰ জুইৰ পৰা পৰিত্ৰাণ পাব পাৰো সেইটোকেই চিন্তা কৰা উচিত। কিন্তু সেই পথটো একেবাৰেই নিষ্কণ্টক। কাৰণ খোদাতালাই কোৰআন ছৰীফত কৈ ৰাখিছে যে,—"যি লোকে মোক আৰু মোৰ প্ৰেৰিত পুৰুষক বিশ্বাস কৰিব, আৰু তাবেদাৰী কৰিব, তেওঁলোকক মই কেতিয়াও ভীষণ জ্বলন্ত দোজখৰ জুইত পেলাই নিদিও।" গতিকে তোমালোকে অলপ জ্ঞান চকু মেলি দেখা, আমি যে কেনে মহৎ, দয়াবান কৰুণাময় সৰ্বশক্তিমান অদ্বিতীয় মণিবৰ দাস।

আমি মোছলমান, আমালোকৰ ইছ্‌লাম ধৰ্মৰ মূল মন্ত্ৰ খোদাতালাক মাত্ৰ একবুলি বিশ্বাস কৰা। গতিকে সেই অদ্বিতীয় খোদাতালাৰ সন্তুষ্টি লাভ কৰিবলৈ আৰু তেওঁৰ আদেশ পালনাৰ্থে যি যি বিষয়ত বিশ্বাস স্থাপন কৰা একান্ত কৰ্ত্তব্য, ইয়াৰে কিছুমান্ বিষয় ( ঈমান ৰূপ মহামূল্যবানধনৰ শাখা প্ৰশাখা ) তলত আঙ্গুলিয়াই দিয়া হ'ল।

১। মানুহৰ চকুৰে পাৰ্থিব যি সমস্ত বস্তু দেখিবলৈ পোৱা যায়, অতীজতে তাৰ আটাইবোৰেই শূণ্যময় আৰু স্থিতিশূণ্য আছিল। কিন্তু সৰ্বশক্তিমান খোদাতালাৰ অনুগ্ৰহত বা ইচ্ছাত বৰ্ত্তমান সকলোৰেই স্থিতি স্থাপন কৰিছে।

২। আল্লাহ অদ্বিতীয়, তেওঁ কাৰো মুখাপেক্ষী নহয়। তেওঁৰ ল'ৰা বা ছোৱালী নাই নাইবা তেওঁ কাৰো ল'ৰাও নহয় আৰু ছোৱালীও নহয়। তেওঁ পবিত্ৰ 'বেনেযাজ' ( কাকো নিৰ্ভৰ নকৰে ) তেওঁৰ সমতুল্য আৰু কোনোৱেই নাই।

৩। তেওঁ সকলো ঠাইতে বিৰাজিত, অন্তৰ্য্যামী আৰু সকলো সময়তে, সকলো অৱস্থাত সকলো ঠাইতে আছে; আছিল আৰু থাকিব।

৪। তেওঁ নিৰাকাৰ, চৈতন্যস্বৰূপ, আৰু অদৃশ্যভাবে তেওঁ তেওঁৰ বান্দা সকলৰ বিচাৰ লৈয়েই আছে।

৫। তেওঁ যাবতীয় ক্ষুদ্ৰৰ পৰা ক্ষুদ্ৰতম্ আৰু বৃহতৰ পৰা বৃহত্তম্। ধনী, দৰিদ্ৰ, কাঙাল, ফকীৰ, এতিম, মিছকিন, বাদচাহ, চাকৰ, ইত্যাদিৰ আৰু 'জগতযুৰী' সমস্ত কীট, পতঙ্গ, পশু, পক্ষী, বৃক্ষ, লতা ইত্যাদি সকলোৰেই পালন কৰ্ত্তা আৰু সৃজন কৰ্ত্তা। তেওঁ সমস্ত বস্তু আৰু মানুহক সমান চকুৰে দেখিছে, তাৰে আদৰ্শ স্বৰূপ,—যেনেকৈ চন্দ্ৰ, সূৰ্য্যৰ কিৰণে ৰজা বা বাদচাহৰ ৰাজ-মহলত সমানভাবে উজ্জ্বলতা প্ৰদান কৰি আছে, ঠিক সেইদৰেই দুৰ্গন্ধ গেৰেকণিৰ জুপুৰি ঘৰত বাস কৰি থকা লাওলোৱা ভিকহুৱেও সেই সমান উজ্জ্বলতা লাভ কৰি বসতি কৰি আছে। ইও এটা আল্লাহতালাৰ মাহাত্মাৰ জাজ্জ্বল্যমান প্ৰমাণ। আৰু বান্দাসকলৰ অভাব অভিযোগ অদৃশ্যভাবে পূৰণ কৰি আছে। কিন্তু আমি তেওঁৰ অস্তিত্ব দেখিবলৈ পোৱা নাই।

৬। তেওঁ সৰ্ব-গুণাধাৰ, অনাদি কালৰে পৰা তেওঁৰ গুণৰ

কাহিনি ঠিক আছে, আৰু অনন্ত কাললৈকে ঠিক থাকিব।

৭। খোদাৱন্দ কেৰীম সৰ্বশক্তিমান, পৰম কাৰুণিক আৰু দয়াৰ সাগৰ। তেওঁ লা—শ্বৰিক ( বংশ শূন্য ) এইবোৰকে প্ৰকাশ কৰিবৰ কাৰণে এমুঠি মাটিৰে এই মানবদেহ তৈয়াৰ কৰি তাৰ ভিতৰত অমূল্য "ৰূহ" আৰু "ঈমান" দান কৰিছে।

৮। তেওঁ সমস্ত বান্দাকে সুপথ দেখুৱাবৰ কাৰণে একলাখ চৌব্বিছ হাজাৰ পয়গম্বৰ পঠিয়াই দিছিল। আৰু তেওঁলোকৰ তাবেদাৰী কৰিবলৈ সমস্ত বান্দাৰ কাৰণে 'ফৰজ' কৰি দিছে।

৯। আল্লাহতালাই ভাল বেয়া বিবেচনাৰ কাৰণে মানুহক জ্ঞান দান দিছে। এই জ্ঞানৰ সহায়েৰে মানুহে বিবেচনা কৰি দুনীয়াত কাম কৰি আছে, ভাল কাম কৰিলে খোদা তেওঁৰ প্ৰতি সন্তুষ্ট হয়, আৰু বেয়া কাম কৰিলে অসন্তুষ্ট হয়।

১০। মানুহৰ পক্ষে যিবোৰ কাম অসম্ভৱ তেনে বিধৰ কাম কৰিবলৈ আল্লাহতালাই আদেশ দিয়া নাই।

১১। তেওঁ পয়গম্বৰ সকলৰ ভিতৰত কিছুমানৰ 'মৰ্‌তবা' ( মাহাত্ম ) বেছি কৰিছে, আৰু কিছুমানৰ মৰ্‌তবা কাম কৰিছে। আমাৰ শেষ পয়গম্বৰ হজ্‌ৰত মোহাম্মদ মস্তফা ( ছঃ )ক সকলো পয়গম্বৰতকৈ বেছি মৰ্‌তবাশালী কৰিছে। আৰু তেওঁৰ পিচত অইন কোনো পয়গম্বৰ পঠিওৱা হোৱা নাই আৰু "কিয়ামত" ( মহাপ্ৰলয় ) লৈকে নপঠিয়ায়। তেখেতক প্ৰথমতে বেহেস্তৰ ( স্বৰ্গৰ ) দৰজা খুলি দিব বুলি কথিত আছে।

"ৰূহ"—আত্মা, 'ঈমান"—বিশ্বাস, "ফৰজ"—নিশ্চয় কৰিবলগা, মৰ্‌তবাশালী—মাহাত্ম

১২। কিয়ামত বা পৃথিবীৰ ধ্বংসৰ পিছত, তেওঁ জীৱক পুনৰ্জ্জীৱিত কৰি দুনিয়াত কোনে কি কাম কৰিছিল, তাৰ বিচাৰ কৰিব। তেওঁ অতি ন্যায়বান বিচাৰক। তেওঁ সামান্য বালিকণা সমানো পুইন বা পাপ এৰি নিদিয়ে।

১৩। তেওঁ পৰকালত বান্দাসকলক কৰ্ম অনুসাৰে সুখ আৰু দুখ ভোগ কৰি থাকিবৰ কাৰণে বেহেস্ত ( স্বৰ্গ ) আৰু দোজখ ( নৰক ) সৃষ্টি কৰি ৰাখিছে ; দুনিয়াত যিসকলে তেওঁৰ তাবেদাৰী কৰিছে ; হুকুম পালন কৰিছে, আৰু তেওঁক ভয় কৰিছে, বিচাৰৰ দিনত তেওঁৰ হিচাব লৈ তেওঁক চিৰ সুখময় বেহেস্তত বাস দান কৰিব। আৰু যি লোকে কাফেৰী, চেৰেকী মোনাফেকী আৰু বেদায়ত কৰিছে, তেওঁলোকক চিৰ দুখময় দোজখ ( নৰক ) সৃষ্টি কৰি মহা কষ্ট দায়ক ঠাইত ৰাখিব।

১৪। তেওঁ যাবতীয় জীৱজন্তু, মানুহ জিন, পৰী আদিক পৰিপাতি হিচাবে এই পৃথিবীত চলাই আছে। তেওঁ সদায় সৰ্বদাতা, সৰ্বগুণশালী, ক্ষমতাশালী ক্ষমতাপন্নশালী, অদ্বিতীয়, আৰু নিৰাকাৰ। তেওঁ গুণৰ আধাৰ, আৰু গুণৰ কাহিনিকৈ ওৰ কৰিব নোৱাৰি। দুনিয়াৰ চাৰিওপিনে চকু ফুৰাই দেখিলে যিবোৰ বস্তু দেখিবলৈ পাও সেই আটাই বোৰেই তেওঁৰেহে মহিমা।

প্ৰশ্ন :— আল্লাহতাআলাৰ গুণকীৰ্ত্তন তোমাৰ পাঠ্য পথিত যি কেইটা পঢ়িছা তাৰ ভিতঁৰত তিনিটাৰ চমু বিবৰণ দিয়া ? আল্লাহতাআলাই বেহেস্ত আৰু দোজখ, কি কাৰণে সৃষ্টি কৰিছে, বহলাই বৰ্ণনা কৰা। আকীদাৰ অৰ্থ কি কি ? কোন্ কোন্ লোকে দোজখ আৰু বেহেস্ত বাসী হব ? ভিন্ ভিন্ কৈ বুজাই দিয়া।

# আহ্কামে ইছ্লাম বা ইছ্লামৰ কৰ্ত্তব্য।

## ( সন্তানৰ জন্মৰে পৰা মৃত্যুলৈকে )

সন্তান জন্ম হলেই প্ৰথমতে সেই ভূমিষ্ঠ হোৱা সন্তানৰ সোঁ কালে 'আজান' আৰু বাওঁকালে "একামত" দিব লাগে। তাৰ পিচত শুৰ্মা বা অইন কোনো মিঠা বস্তু চবাই শিশুৰ তালুত লগাই দিব লাগে আৰু মুখত অলপ মৌজোল দিব লাগে। জন্মৰ ৭ দিনৰ পাচত শিশুৰ "আকিকা"* দি নাম ৰাখিব লাগে।

কিতাপ মতে সন্তানৰ প্ৰতি মাক-বাপেকৰ কৰ্ত্তব্য প্ৰধানকৈ ৪টা, যেনে,—

১। সন্তানৰ ইছ্লাম সম্পৰ্কীয় নাম ৰখা।

২। দীনি ইলিম বা ধৰ্ম বিদ্যা শিক্ষা দিয়া।

৩। খৎনা বা মুছলমানী কৰাই দিয়া।

৪। উপযুক্ত হলে বিয়াৰ বন্দবস্ত কৰি দিয়া।

ওপৰত লিখা 'হক' বা কৰ্ত্তব্যই পিতা-মাতাৰ সন্তানৰ প্ৰতি প্ৰধান হক্। কিন্তু এইটো কথা বিশেষকৈ মনত ৰাখিবলগীয়া যে, সন্তান জন্ম হোৱাৰ ৭, ১৪, আৰু ২১ দিনত নাম ৰখা কৰ্ত্তব্য।

সন্তানৰ এনে ভাবে নাম ৰাখিব লাগিব যে, যেন আল্লাহতালাৰ বান্দা হোৱা বুজায়; আৰু নামটোত যেন ধৰ্মৰ লগত সম্বন্ধ থাকে। যেনে,—আবদুল্লাহ, মহিবৰ ৰহমান, আবদুল, কৰীম, হবিবৰ ৰহমান, নূৰৰ ৰহমান, আশ্ৰফ আলি, আৰু মহম্মদ হুচেইন ইত্যাদি।

* আকিকাৰ বিষয়ে আগৰ পাঠত বহলাই কোৱা হৈছে।

প্ৰথম শ্ৰেণীৰ নামত যদি মনত ভাল নালাগে, তেনেহলে নবীসকলৰ নামত নাম ৰাখিব পাৰে। যেনে,—মোহাম্মদ আলি, আহমদ আলি, ইছা, মুছা, ৰছুল, ইউছুফ, ইউনুছ, আবদুল্লাহ, ইব্ৰাহিম, আৰু ইছমাইল ইত্যাদি।

ওপৰত লিখা দুই প্ৰকাৰৰ নাম যদি পচন্দ নহয়, তেনেহলে এনেভাবৰ নাম ৰাখিবা যে, যাতে তাৰ ভিতঁৰত ইছলামৰ গৌৰৱ থাকে যেনে,—মনিৰুদ্দিন, চামছুদ্দিন, মহিবুদ্দিন, জেহিৰুদ্দিন, চমচুল হোদা, আলতাফদ্দিন, আলিহুচেইন, খোদাবক্চ, আতাওৰ ৰহমান ইত্যাদি।

ছোৱালী বিলাকৰ নাম ৰাখিবৰ নিয়ম,—পয়গম্বৰ আৰু চাহেবা সকলৰ তিৰোতা আৰু ছোৱালী বিলাকৰ নাম অনুসাৰে নাম ৰখা কৰ্ত্তব্য। যেনে,—খাদীজা, আয়োছা, ফাতেমা, ৰহীমা, ছাৰা, চালেহা, ৰোকেয়া, হাজেৰা, মাহমুদা, মৰিয়ম, ৰাবিয়া ইত্যাদি। কিন্তু নামৰ শেষত খাতুন বা নেচা শব্দটো যোগ কৰি দিয়া উচিত। লৰা-ছোৱালীৰ কুৎসিত নাম ৰখাও শাস্ত্ৰৰ বিৰুদ্ধ কাম।

কিন্তু অতি দুখৰ বিষয় এই যে,—আমি সন্তান-সন্ততিৰ নাম ৰাখিবৰ সময়ত কোনো "আলিমক" নুসুধি খোদা আৰু ৰছুলৰ আদেশ লঙ্ঘন কৰি অধামূৰ্খৰ চিনাকি দি সন্তানৰ এইদৰেই নাম ৰাখি থাকো যেনে ফেচা, ভেদেলু, আতহু, গুহু, খেদেং, ভেলু, কোণাকাটা, হুতৰু, মেমৰা, চেনিৰাম, বান্দৰ, কালা, মালু, ধনা, চৈনাথ, ভেলৌ ইত্যাদি। কিছুমানে আকৌ জন্মবাৰৰ লগত মিলাই নাম ৰাখে।

আৰু ছোৱালীবিলাকৰ নাম ৰখা দেখা যায় যে,—দালিমী,

"আলিম"—বিজ্ঞ লোক

কেতেকী, লেধী, গেদী, ফেচী, গেন্ধেলী, বনৰী, ভেদো, ককিলী মাদৈ, ৰচগোল্লা, আৰু লুচী ইত্যাদি।

ওপৰত দিয়া নামৰ পৰা তেওঁলোকে নাজানে যে,—

(ক) এই নামত সন্তান যে কোন ধৰ্ম্মৰ মানুহ তাক বুজিবলৈ সাধ্য নাই।

(খ) এই নামত ইছ্লাম ধৰ্মৰ লগত কোনো সম্পৰ্ক নাই।

(গ) এই নামত ইছ্লাম ধৰ্মক গৰিহণা দিয়া হৈছে।

(ঘ) এই নামত ইছ্লাম ধৰ্মৰ গৌৰৱ নষ্ট কৰা হৈছে।

(ঙ) এই নাম যি জনে ৰাখিছে তেওঁ নিশ্চয় অজ্ঞান।

তাৰ পিচত সন্তানৰ বাকশক্তি আৰু বোধশক্তি হলেই ধৰ্মৰ প্ৰাথমিক বিষয়বোৰ অতি সৰলভাৱে মনোনিবেশ কৰোৱা একান্ত কৰ্ত্তব্য। তাৰ পিচত বয়সৰ লগে লগে সাংসাৰিক কাম কায, আৰু শিল্প-ব্যৱসায় আদি শিক্ষা দিয়া উচিত। সাত বছৰ বয়সত কলেমা, নামাজ, ৰোজা আদি কৰাৰ উপকাৰিতা পৰিপাতিকৈ বুজাই দি আৰু খোদাতালাৰ প্ৰতি প্ৰবৃত্তি বুজাই দি ১০ বছৰ বয়সত সৰল শাসনেৰে নামাজ আদি কৰিবলৈ বাধ্য কৰা উচিত। আৰু বালেক হোৱাৰ আগতে খৎনা বা মুছলমানী কৰাই দি বয়স হলে অৱস্থা অনুসাৰে বিয়া কৰাই দিয়া উচিত। অৱশেষত উপযুক্ত পীৰমোৰ্ছেদৰ লগলগাই খোদা তত্ত্বজ্ঞান লাভ কৰাই দিয়া উত্তম কাম। ইয়েই মানৱ জীৱনৰ চৰম লক্ষ্য। ইয়াৰ পাচত মুছলমান মৃত্যু হলে মোৰ্দাক কেনেকৈ গোছল কৰাই কাফণ পিন্ধাই জনাজা পঢ়াই মৃতৰ শৰীৰ কবৰত

ৰাখি দফনৰ কাৰ্য্য সমাধা কৰিব লাগে, তাক মুছলমান মাত্ৰেই জানিব লাগে। মনত ৰাখিব লগীয়া এই যে, জানাজাৰ নামাজ, অক্তীয়া নামাজৰ অন্তৰ্ভুত।

## ( ইছ্‌লামৰ মুল ভেটি )

—:০:—

খোদাতাআলা এক, আৰু মোহম্মদ মোস্তফা ( দঃ ) তেওঁ পঠিওৱা পয়গম্বৰ। খোদাতাআলাক কি প্ৰকাৰে বিশ্বাস কৰিব লাগিব, এইয়েই ইছ্‌লামৰ আৱশ্যকীয় বিষয়, খোদাতাআলা বিশ্ব জগতৰ কৰ্ত্তা ( মালিক )। তেওঁ অদ্বিতীয়, তেওঁ কাৰো প্ৰাৰ্থী নহয়। তেওঁ নিৰাকাৰ, সৰ্ব্বজ্ঞ, আৰু সৰ্ব্বত্ৰ বিদ্যমান। তেওঁ কোনো কাম কৰিলে কাৰো সহায় নলয়। পৃথিবী, চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, উপগ্ৰহ, গজ হাতীৰ পৰা বালিচাহিলৈ তেওঁ সকলোকে স্ৰজন কৰিছে। তেওঁ এমুঠি মাটিৰ পৰা আদম আলায়হেচ্ছাল্লামক পয়দা কৰি ৰুহ সোমাই দি এই পৃথিবীত মানুহৰ সৃষ্টি কৰিছে। গতিকে পৃথিবীৰ মানুহবিলাক সেই আদম আলায়হেচ্ছালামৰ সন্তান বুলি ইছলামৰ অভিব্যক্তিৰ নিয়মে কয়। খোদাতাআলা আমাৰ জ্ঞানৰ অতীত, তেওঁ যে

প্ৰশ্ন :—মাতৃৰ গৰ্ভৰপৰা সন্তানৰ জন্ম হওতে প্ৰথম অৱস্থাত কি কি কৰিব লাগিব? কিমান দিনৰ পাচত কেনেকৈ নাম ৰখা উচিত আৰু কিমান দিনৰ পাচত ধৰ্ম্মৰ কামবোৰ শিক্ষা দিয়া উচিত বহলাই লিখা।

কি সেইটো বুজা মানুহৰ বুদ্ধিৰ অসাধ্য। তেওঁৰ নাম কৈ ওৰ পেলাব নোৱাৰি, তেওঁৰ যি ৯৯টি নাম আছে সেই কেইটি নাম, গুণবাচকেৰে পূৰ্ণ, তেওঁৰ অনুগ্ৰহত আমি জীয়াই আছো। আমি যিমানবোৰেই ক্ষমতা শক্তি পাই এই সংসাৰত জীৱন কটাইছো, একমাত্ৰ তেওঁৰেই মহিমা। তেওঁ আমাক যি শক্তি দিছে সেই শক্তিৰ পৰা আমি নানাতৰহৰ কৌশল উলিয়াই নানাৰূপ সুখ অনুভৱ কৰিব লাগিছো। অতএব সেই দয়াময় খোদাতাআলাক আমি সৰল অন্তৰৰ সৈতে তেওঁৰ হুকুম প্ৰতিপালন কৰা কিমান যে কৰ্ত্তব্য তাক কৈ ওৰ পেলাব নোৱাৰি। আল্লাহতাআলাৰ ইচ্ছা যে, আমি তেওঁক উপাসনা কৰি ইহ-পৰকালত সুখ লাভ কৰা। সেই কাৰণে তেওঁ আমাৰ প্ৰতি দয়া কৰি তেওঁৰ প্ৰিয় দোস্ত ( বন্ধু ) মোহম্মদ মোস্তফা ছাল্লল্লাহো আলেইহেচ্ছাল্লামক এই জগতত পঠিয়াই দিছে।

হজৰত মোহম্মদ ( দঃ ) আৰব ভূমিৰ পবিত্ৰ মক্কা নগৰত জন্ম গ্ৰহণ কৰে। সৰুকালৰে পৰা তেওঁৰ সদালাপ আৰু মিঠা কথাৰে পাষণ্ড পুত্তলাসেৱক আৰব বাসীক যে কিমান শিকনিৰে শিকাইছিল, তাক প্ৰকাশ কৰা বিৰম্বনা মাথোন। যেতিয়া তেওঁৰ বয়স ২৪ বছৰ হয় তেতিয়া পৌত্তলিক আৰববাসী সকলে তেওঁৰ ন্যায়পৰতা আৰু বিশ্বাসত মুগ্ধ হৈ তেওঁক "আমীন" উপাধি দিছিল। যেতিয়া তেওঁৰ বয়স ৪০ বছৰ হয়, তেতিয়া খোদাতাআলাই তেওঁৰ আদেশ (উপদেশ) বোৰ হজৰত জিব্ৰিল ফিৰিস্তাৰ হাতত দিয়ে, তেওঁ সেইবোৰ আদেশ

আনি হজৰত মোহম্মদক ( দঃ ) দিয়েছি, হজৰত মোহম্মদে ( দঃ ) সেই আদেশ অৱলম্বন কৰি অনেক সদোপায়ে আৰৱবাসীৰ পশুস্বভাব দূৰ কৰে, হজৰত জিব্রিল ফিৰিস্তাই খোদাতাআলাৰ যিবোৰ হুকুম আনি হজৰত মোহম্মদক (দঃ) দিছিল, সেইয়েই আমাৰ পবিত্র "কোৰ্‌আন" ছৰীফ। সেই পবিত্র কোৰ্‌আন ছৰীফৰ মৌ বৰষা কথাই আৰৱবাসী মুগ্ধ হৈ এক অদ্বৈতবাদ ধৰ্ম্ম অর্থাৎ ইছলাম ধৰ্ম্মত দীক্ষিত হৈছিল। শেষত তেওঁলোকৰ মাজত এই ধৰ্ম্ম এনে প্ৰৱল হৈ উঠিছিল যে হজৰত মোহম্মদ (দঃ) আৰৱবাসীবিলাকৰ মাজত এজন পৰম গুৰু হৈ পৰিছিল। আন কি এই ইছলাম ধৰ্ম্মৰ নিমিত্তে তেওঁলোকে নিজৰ দেহকো বিসৰ্জ্জন কৰিবলৈ ভয় নকৰিছিল। এই পয়গম্বৰ চাহেবৰ বাক্য বা উপদেশ বিলাককে "হদীছ" বোলা হয়। প্ৰত্যেক মুছলমানৰে এই হদীছ মতে চলা কৰ্ত্তব্য। কিন্তু পবিত্র কোৰআন ছৰীফ আৰু হদীছৰ প্ৰকৃত অৰ্থ জনা সকলোৰে সাধ্যাতীত, সেই কাৰণে যি সকলে পয়গম্বৰ চাহেবৰ পৰা প্ৰকৃত অৰ্থ জানিব পাৰিছে তেওঁলোকৰ কথা আৰু মতামত সকলোৱে পালন কৰা উচিত। যেনে ইমাম আবু হানিফা, ইমাম মালেক, ইমাম চাফিঈ আৰু ইমাম আহম্মদ হাম্বল। পবিত্র কোৰ্‌আন ছৰীফৰ আদেশ আৰু হদীছ মতে কাম কৰিলেহে প্ৰকৃত মুছলমান আৰু ইযেই পৰকালত মুক্তি লভিবৰ একমাত্র উপায়। যি লোকে পয়গম্বৰৰ বাহিৰে কেৱল খোদাতাআলাকহে মানে তেওঁ প্ৰকৃত মুছলমান নহয়।

যি যি কাম কৰিলে খোদাতাআলাৰ আচল বান্দা ( সেৱক ) বা খোদা আৰু পয়গম্বৰৰ প্ৰিয় হব পাৰি তাক তলত কোৱা হল।

১। যি নিয়ম আল্লাহতাআলাই স্থাপন কৰিছে আৰু যি নিয়ম অৱলম্বন কৰিলে মানুহে প্ৰকৃত সৎ পথত চালিত হব পাৰে তাক "দীন বা চৰা" বোলে।

২। যি নীতি শাস্ত্ৰ হজৰত মোহম্মদ মোস্তফা (দঃ) আল্লাহতা-আলাৰ পৰা পাই ছুনিয়াত মোমিন সমাজত প্ৰচাৰ কৰিছে। তাক "ইছলাম নীতি বা চৰিয়তে মহম্মদী" বোলে।

৩। খোদাতালা আৰু পয়গম্বৰৰ হুকুম মতে কাম কৰাই মুক্তিৰ পথ। পয়গম্বৰ চাহেবৰ হুকুম মতে খোদাতালাক এনেকৈ উপাসনা কৰিব লাগিব যে,—তেওঁক যেন আমি অন্তৰ চকুৰেদি দেখিছোঁ। আৰু এনে বিশ্বাস কৰিব লাগিব যে তেওঁ যেন আমাক সকলোকে দেখিছে।

৪। এবাদত—যি কাম কৰিবলৈ খোদাতালাই আমালোকক আদেশ দিছে, নাইবা যি কাম কৰিলে তেওঁ সন্তুষ্ট হয় তাকে "এবাদত" বোলে। এবাদত কৰিলেহে খোদাতালাৰ প্ৰিয়পাত্ৰ হব পাৰি। এই কাৰণেই আল্লাহ তালাই এবাদতকাৰীৰ কাৰণে বেহেস্ত নামেৰে এখন পৱিত্ৰ ঠাই ৰাখিছে।

৫। গোনাহ—যি কাম কৰিবলৈ খোদাতালাই সম্পূৰ্ণৰূপে মনা কৰিছে বা যি কাম কৰিলে তেওঁ অসন্তুষ্ট হয়, তাকে গোনাহ বোলে। গোনাহ কৰিলে খোদাতালাৰ অপ্ৰিয় হয়,

গোনাহগাৰী মানুহৰ কাৰণেই আল্লাহতাআলাই দোজখ সৃষ্টি কৰিছে—য'ত শাস্তিৰ সীমা নাই

৬। বেহেস্ত—খোদাতাআলাই তেওঁৰ প্ৰিয় বান্দাসকলক এবাদতৰ পুৰস্কাৰ স্বৰূপে সুবৰ্ণৰ মণি, মুকুতা আৰু নানাতৰহৰ সুখৰ বস্তুৰে ভৰা, অতুলনীয় চিৰ সুখময় ঠাই পয়দা কৰিছে, তাকে "বেহেস্ত" বোলে। এই বেহেস্ততেই নেককাৰ আৰু মোমিন বান্দা সকলৰ চিৰ বাসস্থান হ'ব।

৭। পয়গম্বৰ—খোদাতাআলাই মানুহৰ ওপৰত কোনো কাজত সন্তুষ্ট আৰু কোনো কাজত অসন্তুষ্ট হয়। ইয়াক সাধাৰণ মানুহে বুজিব নোৱাৰে বুলিয়েই মানব সমাজৰ পৰা সময়ে সময়ে যিসকল পবিত্ৰ চৰিত্ৰবান মহাত্মা সকলক পয়দা কৰি, আল্লাহতাআলাৰ তৰফৰ পৰা সজ শিক্ষা দি সাধাৰণ লোকসকলক শিক্ষা দি'লৈ আদেশ কৰিছে, সেই মহাত্মা সকলোকে আৰবী ভাষাত "নবী—বা ৰছুল" আৰু পাৰ্চী ভাষাত পয়গম্বৰ আৰু অসমীয়া ভাষাত "প্ৰেৰিত মহাপুৰুষ" বোলে। সেই প্ৰচাৰিত নিয়মকেই "চৰিয়ত" আৰু ইছলাম ধৰ্ম্মাৱলম্বী লোক সকলোকেই মুছলমান বোলে!

## চৰিয়তে মহম্মদী বা ইছলাম নীতিঃ

১। ফৰজ—যিবোৰ কোৰআন ছৰীফৰ আয়েতৰ দ্বাৰাই স্ব প্ৰমাণ হৈছে, তাক "ফৰজ" বোলে। ইয়াক কৰিবই লাগিব

নকৰিলে গুণাহ আৰু অবিশ্বাস কৰিলে কাফিৰ হব লাগিব যেনে—নামাজ, ৰোজা ইত্যাদি।

২। **ছুন্নত**—যিবোৰ হজৰত মোহম্মদে (দঃ) সৰ্ব্বদাই কৰিছিল, যাক তেওঁৰ সম্মুখত কৰাতো নিষেধ কৰা নাছিল, আৰু যাক আমালোকক কৰিবলৈ নিজে আদেশ দি গৈছে, তাক **"ছুন্নত"** বোলে। ইয়াক কৰিলে পুণ্য আৰু অৱহেলা কৰিলে গুণাহ্ হব। যেনে ফজৰ নামাজৰ ছুন্নত।

৩। **ওৱাজেব**—যি বিলাক কোৰআন ছৰীফৰ দুই অৰ্থবোধক আয়েতৰ দ্বাৰা প্ৰমাণ হৈছে, আৰু যিবোৰ নিৰ্দ্ধাৰিত অৰ্থৰ' বাহিৰে অইন অৰ্থ হবলৈ অতি কম সম্ভৱ তাক **"ওৱাজেব"** বোলে। ইয়াক কৰিলে পুণ্য আৰু নকৰিলে পাপ হব। ইয়াৰ প্ৰতি অবিশ্বাস কৰিলে কাফিৰ নহয় হয়, কিন্তু কৰিৱা গুণাহ (মহাপাপ) হব। যেনে বেতেৰৰ নামাজ ইত্যাদি।

৪। **মোস্তাহাব**—যি কাম হজৰত মোহম্মদ মোস্তফাই (দঃ) কেতিয়াবা কেতিয়াবা কৰিছিল আৰু কোনো কোনো সময়ত কৰাও নাছিল তাক "মস্তাহাব" বোলে, যেনে আচৰৰ আগৰ চাৰি ৰাকাত ছুন্নত।

---

প্ৰশ্নমালা,—কোৰআন ছৰীফ কাক বোলে? খোদাতালা যে আছে তাক তুমি কেনেকৈ জানা? পূৰ্ব্বে আৰববাসীৰ আচাৰ ব্যৱহাৰ কেনে আছিল? হদীছ আৰু চৰিয়ৰে মোহম্মদী কাক বোলে? উপাসনা কৰিবৰ সময়ত কি কি কথাত বিশ্বাস ৰাখিব লাগে? কাফিৰ, মছবেক, জিব্ৰিল, ফেৰেস্তা আৰু মোনাফেক কাক বোলে বহলাই লিখা।

৫। **মোবাহ**—যি কাম কৰিলে নেকিও নাই আৰু নকৰিলে গুণাহও নাই তাক **“মবাহ”** বোলে, ভাল খোৱা ভাল পিন্ধা ইত্যাদি।

৬। **হাৰাম**—যাক কৰিবলৈ কোৰ্‌আন্ ছৰীফত বিশেষৰূপে মনা আছে, অৰ্থাৎ যি কাম কৰিবলৈ হুকুম নাই তাক **“মোহাৰ্‌ৰম** বা **হাৰাম”** বোলে যেনে, জেনাকৰা, সুদ খোৱা, মানুহ মাৰা, ইত্যাদি।

৬। **মকৰুহ**—যি কাম কৰিবলৈ নিষেধ আছে আৰু যি কাম নকৰিলে পুণ্য পাবৰ সম্ভব আৰু যাক হালাল বুলি জানি কৰিলেও গুণাহ হয় তাক **“মকৰুহ”** বোলে, যেনে মেকুৰীৰ জুঠা খোৱা ইত্যাদি।*

৮। **মোফচ্ছিদ**—যি কাম ছালাৰ নিয়ম ভঙ্গ হৈ ছলাৰ বিপৰীত হয় তাক **“মোফচ্ছিদ”** বোলে।

৯। **নাফল**—যাক পালন কৰিলে পুণ্য হয় আৰু নকৰিলেও পাপ নাই তাকে **“নাফল”** বোলে, যেনে ৰমজানৰ ৰোজাৰ বাহিৰে যি ৰোজা নিজ ইচ্ছাৰে ৰখা হয়।

১০। **ফাছেক**—যিলোকে চৰাচৰীয়তৰ কাম নকৰে তেওঁকে **“ফাছেক”** বোলে।

১১। **মোনাফেক**—যি লোকে আল্লাহ আৰু ৰছুলক (ছাঃ)

* মকৰুহ দুই প্ৰকাৰৰ এবিধ মকৰুহ “তহৰিমী” আৰু আন বিধ মকৰুহ তন্‌জিহি, দুইটাই ক্ৰমান্বয়ে হাৰাম হালালৰ ওচৰা ওচৰি।

মুখত স্বীকাৰ কৰে, কিন্তু আন্তৰীক স্বীকাৰ নকৰে তেওঁকে **"মোনাফেক"** বোলে।

১২। **মোমেন**—যি লোকৰ ঈমান আছে, অর্থাৎ আল্লাহ আৰু ৰছুলক (ছাঃ) আন্তৰিক আৰু মৌখিক বিশ্বাস আৰু স্বীকাৰ কৰে, তেওঁকে **"মোমেন"** বোলে।

১৩। **কাফিৰ**—যি লোকে আল্লাহ আৰু ৰছুলক (ছাঃ) বিশ্বাস নকৰে তাকে **"কাফিৰ"** বোলে।

১৪। **মুচ্ৰেক**—যিজনে আল্লাহ শ্বৰীক নাইবা অংশী বুলি স্থিৰ কৰে, তাকে **"মুচৰেক"** বোলে।

## ( প্ৰথম পাঠ )

## "মুছলমানৰ মূল কাম।"

ইছলাম ধৰ্ম্মৰ মূল গছ জোপা পাচোঁটা ঠালেৰে বিভক্ত হয়, সেই পাঁচটি ঠালৰ এটি কম হলেই ইছলাম ধৰ্ম্মৰ কোনো মূল্য নাথাকে, যেন কলেমা, নামাজ, ৰোজা, হজ্জ, * আৰু জাকাত।

* যাৰ হজ্জ কৰিবলৈ টকা পইচাৰ অভাৱ, তেওঁ হজ্জ নকৰিলেও খোদাতাআলাই গুণাহ মাফ কৰিব। কিন্তু যাৰ টকা পইচা থাকিও যদি হজ্জ কৰিব নাযায়, অৱশ্যে তেওঁ খোদাৰ ওচৰত দায়ী হব।

প্ৰশ্নমালা,—চৰিয়তৰ নিয়ম কেইটা ? আৰু কি কি ? ছুন্নত, মস্তাহাব, ওৱাজেব আৰু হাৰাম কাক বোলে ? মেকুৰীৰ জুঠা খোৱা, ভাল পিন্ধা আৰু সুদ খোৱা এই কেইটাৰ নাম লিখা। ইছ্লামৰ নীতি কেইটা বহলাই লিখা।

## ( কলেমা )

নিজৰ ঈমান ( বিশ্বাস ) ঠিক নাথাকিলে নামাজ, ৰোজা, হজ ইত্যাদি ইছলামৰ কোনো ক্রিয়াদি কোনো ৰকমেই ফল নধৰে। এই কাৰণে যিবিলাক পবিত্র বাক্য আৰবী ভাষাত মুখস্থ কৰি ঈমান ঠিক কৰিব পৰা যায় সেইবিলাক তলত দিয়া হল।

১। কলেমা তৈয়ব—**লা-এলাহা এল্‌লল্লাহো মোহাম্মদোৰ ৰছুলোল্লাহ্‌।**

অর্থ—খোদাত ভিন্ন কোনোৱেই ভক্তিৰ পাত্র নাই, মোহম্মদ ( দঃ ) আল্লাহতাআলাৰ পঠিওৱা পয়গম্বৰ।

২। কলেমা চাহাদত,—**আছ্‌হাদো আন্‌ লাএ-লাহা এল্‌ল্লাহো ওৱাহ্‌দাহো লা চাৰি কালাহো ওৱা আছ্‌-হাদো আন্না মোহাম্মদান আব্‌দহো ওৱা ৰছুলোহো।**

অর্থ,—মই সাক্ষী দিছোঁ যে, আল্লাহতাআলাত ভিন্ন আৰু কোনো ভক্তিৰ পাত্র নাই। তেওঁ নিৰাকাৰ একমাত্র, তেওঁৰ কোনো অংশী নাই, আকৌ কৈছোঁ যে মোহম্মদ ( দঃ ) তেওঁৰ দাস আৰু পঠিওৱা নবি।

৩। কলেমা তৌহিদ,—**লাএলাহা এল্লাআনতা ওৱা-হেদান ল্লা—চা নিয়ালাকা মোহাম্মদোৰ ৰছুলোল্লাহে এমামোল্‌ মোত্তাকিনা ওৱা ৰছুলো ৰব্বেল আলামিন।**

অর্থ,—তোমাত ভিন্ন ভক্তিৰ পাত্র কোনো নাই, তুমি প্রকৃততে এক, তোমাৰ কোনো অংশীও নাই মোহাম্মদ ৰছুলোল্লা ( দঃ ) ধর্ম

ভয়াতুৰ সকলৰ অগ্ৰগামী, আৰু প্ৰাণীজগত পালন কৰ্ত্তাৰ প্ৰেৰিত ৰছুল।

৪। কলেমা তমজিদ—লাএ-লাহা ইল্লা আনতা নু-ৰাঁই ইয়াহ্‌ দেয়াল্লাহো লেনুৰেহী মাইঁয়াছাও মহাম্মদোৰ ৰছুলোল্লাহে এমামোল মোৰ্‌ছালিনা খাতেমোন নবীঈন।

অৰ্থ,—তুমি দীপ্তিমানত বাহিৰে অইন উপাস্য নাই। তুমিয়েই (আলমৰ মালিক) আল্লাহ। তুমি যাক ইচ্ছা কৰা তেওঁক তুমি তোমাৰ দীপ্তিৰ জেউতি প্ৰদৰ্শন কৰা। মোহম্মদ সকলোতকৈ অগ্ৰগামী আৰু শেষ নবী।

ওপৰত লিখা কলেমা চাৰিটি মুখস্থ ৰখা আৰু অন্তৰেৰে বিশ্বাস কৰাই "ঈমান"। যাৰ ঈমান আছে তেওঁক মোমিন বোলে। কলেমা তৈয়ব নাজানিলে আৰু ইয়াৰ প্ৰতি দৃঢ় বিশ্বাস নাথাকিলে তেওঁ মুছলমান বুলি লেখত নপৰে অৰ্থাৎ মুছল-বুলি গণ্য কৰা নহয়। ঈমান আকৌ দুই ৰকমৰ আছে যেনে, ঈমান "মোজাম্মেল" আৰু ঈমান "মফাস্বাল।" তাক তলত দেখুৱা

## ঈমান মোজাম্মেল

আমানতো বিল্লাহে কামাহুৱা বে—আছ মায়েহী ওৱা ছেঁফাতেহী ওৱা কাবেলতো যামিয়া আহ্‌ক মেহী ওৱা আৰ্‌ কানেহী।

অৰ্থ,—সকলো গুণ আৰু নামত নিৰ্ভৰ কৰি আল্লাহত্তাআলাৰ ওপৰত বিশ্বাস ৰাখিলোঁ। আৰু তেওঁৰ হুকুম আৰু বিধান বোৰ গ্ৰহণ কৰিলোঁ।

## ঈমান মোফাচ্ছল

আমানতো বিল্লাহে ওৱা মালায়েকাতেহী ওৱা কুতোবেহী ওৱা ৰছুলেহি ওৱাল ইয়াওমেল্ আখেৰে অল্ কাদ্ৰে খাইৰেহী ওৱা ছাৰ ৰেহি মেনাল্লাহে তাৱালা অল বা—ছি বা—আদল মওত।

অৰ্থ,—আল্লাহতাআলা, তেওঁৰ ফেৰস্তা সকল, কিতাপ বিলাক ৰছুল সকল, শেষ দিন, তেওঁৰ ভাল বেয়াৰ শক্তি আৰু মৰণৰ পাচত পুনৰ জীৱন দানৰ ওপৰত আমি বিশ্বাস কৰিলো।

## কলেমা ৰদ্দেকোফৰ

আল্লাহোম্মা-ইন্নি আয়ুজো বেকা মিন আন্ উছ্ৰেকা বেকা ছায় আন্ ও মেন্নুবিহী ৰাস্তাগ্ ফেৰোকা মাআলামো বিহী অমালা আলামো বিহী ওৱা আতুবো ও আমান্তো ও আকুলো আন লা-এলাহা এল্লাল্লাহো মোহাম্মদোৰ ৰছুলোল্লাহ।

অৰ্থ,—আমি যেন কাকো তোমাৰ সমান বুলি জ্ঞান নকৰোঁ। তোমাত ক্ষমা চাইছোঁ "তৌবাহত" আবদ্ধ হৈ তোমাৰ প্ৰতি সকলোতে বিশ্বাস ৰাখিলো। তুমি আমাৰ নিভাজ ভক্তিৰ পাত্ৰ আৰু মোহম্মদ ( দঃ ) তোমাৰ প্ৰেৰিত নিভাঁজ ৰছুল।

প্ৰশ্ন,—ঈমান কাক বোলে? ঈমানৰ ঠাল কেইটাৰ নাম লিখা। কোন্ কলেমা মুখস্থ ৰখা উচিত? কলেমা নাজানিলে কি হয়? ঈমান মোজম্মেল্ মুখস্থ লিখা।

## কুলুখ আৰু এস্তেঞ্জা

মাটি, শিলৰ বালি, শিল ইত্যাদিকে "কুলুখ" আৰু মলমূত্ৰ পাক চাক কৰাকে "এস্তেঞ্জা" বোলে। ইটা, কেঁচুমাটি, কয়লা, হাড়, কাগজ, লিঙ, ঘাঁহ আৰু অন্যান্য উপকাৰী ব্যৱহাৰী বস্তুৰে এস্তেঞ্জা কৰা নিষেধ। ইয়াৰ বাহিৰে পানী, পুৰণি ভূলা আৰু কাপোৰ নাইবা ৰ'দত শুকাই থকা পৰিষ্কাৰ ঠাইৰ চপ্ৰা দলিৰে এস্তাঞ্জা কৰা জায়েজ আছে। ময়লা যাতে দূৰ হয় আৰু ময়লা হাতত নাথাকে, সেই হিচাবে কুলুখ কৰিব লাগে। কিন্তু তিনি কুলুখতহে পৰিষ্কাৰ হব বুলি হাদিছ মতে কুলুমৰ কথা প্ৰকাশ কৰা আছে।

মতা মানুহৰ কাৰণে প্ৰথম আৰু শেষৰ কুলুখ দুটা পিচ ফালৰ পৰা টানি আনি সমুখৰ ফালে পেলাই দিব। মাজৰ কুলুখটো সমুখৰ পৰা ঘঁহি পিচফালে পেলাই দিব। কিন্তু গৰম কালি ইয়াৰ বিপৰীত নিয়মে কুলুখ লব।

## কিন্তু

তিৰোতা সকলে কি জাৰ কি জহ সকলো সময়তেই সমুখৰ ফালৰ পৰা কুলুখ টানি আনি পেলাই দিব। কুলুৰখ দ্বাৰাই অপবিত্ৰ পৰিষ্কাৰ হলেও পানীৰে ধোৱা "ফৰজ"। আমাৰ পছিম ফালে মুখ কৰি প্ৰস্ৰাব আৰু পায়খানা কৰা সম্পুৰ্ণ নিষেধ। কাৰণ আমাৰ প্ৰথম "বন্দেগীৰ ঘৰ কাবা শ্বৰীফ" পছিম ফালে আছে। নহলে আমি অমান্য কৰা হব।

বিশেষকৈ জানিবলগীয়া এই যে,—কুলুখ লবৰ বেলিকা থিয়

হৈ অন্ততঃ ৫।৬ মিনিটমান খোজ কাঢ়ি ঘূৰা-পকা কৰিব লাগে, নহলে কুলুখ লোৱাৰ পিচতো খোজ কাঢ়োতে প্ৰস্ৰাব বাহিৰ হ'ব পাৰে, এনে নহলে কুসুম লোৱাটো অপবিত্ৰ হৈ থকাহে হব। বিশেষকৈ মনত ৰাখিবলগীয়া এই যে প্ৰস্ৰাব কৰিবৰ সময়ত ওখ ঠাইত বহি প্ৰস্ৰাব কৰিব লাগে।

## হাতৰ কৰ্ত্তব্য

### ( সোঁহাতৰ কাম )

ভাত পানী খোৱা, লিখা পঢ়া কৰা, কোনো বস্তু দিয়া আৰু লোৱা মুছকা কৰা, এনে বিধৰ কামবোৰ সোঁহাতেৰে কৰা বিধি। অজু কৰা সময়ত, কাপোৰ পিন্ধাৰ সময়ত, কোৰআন ছৰীফ, হাদিছ ছৰীফ ইত্যাদি কিতাপ খোলা আৰু বন্ধ কৰা সময়ত প্ৰথমতে সোঁহাতেৰে আৰম্ভ কৰিব লাগে। নামাজত বহি থকা সময়ত কোনো বস্তু ইচাৰা কৰি দেখুৱাবলৈ হলে, সোঁহাতৰ তৰ্জ্জনী আঙ্গুলীৰে ব্যৱহাৰ কৰা ধৰ্ম্মৰ নিয়ম।

### বাওঁহাতৰ কাম

নাকৰ শেঙুণ আৰু নাকৰ ভিতৰত লাগি থকা ময়লা পেলাই পৰিষ্কাৰ কৰা, হামি আহিলে মুখত হাত দিয়া, মলমূত্ৰ ত্যাগ কৰাৰ পিছত নাপাকী পৰিষ্কাৰ কৰা ইত্যাদি অপবিত্ৰ খাৰাপ কামবোৰ বাওঁহাতেৰে কৰা উচিত। বাওঁহাতেৰে কোনো বস্তু দিয়া আৰু লোৱা শাস্ত্ৰৰ বিৰুদ্ধ আৰু বেআদাবী কাম। অসুবিধাৰ বাহিৰে বাওঁহাতেৰে পানাহাৰ কৰা সম্পূৰ্ণ নিষেধ। কিন্তু পানী

খোৱাৰ সময়ত সোঁহাতত জুঠা লাগিলে বাওঁহাতেৰে গিলাচ ধৰি, তাৰ তলত সোঁহাতৰ পিঠি ভাগৰে ঠেকা দি পানী খোৱা বিধিৰ সম্মত।

## ( দ্বিতীয় পাঠ )
## পানী

নামাজ পঢ়িব লাগিলে আগেয়ে শৰীৰ পৰিষ্কাৰ কৰি লব লাগে। শৰীৰ অপবিত্ৰ থাকি নামাজ আদি কৰিলে কোনো ফল নধৰে, শৰীৰ পবিত্ৰ কৰিবৰ একমাত্ৰ উপায় পানী। গতিকে দৈনিক পবিত্ৰতাৰ কাৰণে আগেয়ে পানীৰ কথা জানি লোৱা উচিত।

পানী দুই ৰকমৰ যেনে,—খোলা পানী আৰু বন্ধ পানী। নৈ, পুখুৰী, জান আৰু নিজৰাৰ পানীক খোলা পানী বোলে।

বৃক্ষ লতাৰ পাত আৰু বন পৰি নলৰা নচৰাকৈ যি পানী একে ঠাইতে থাকে তাকে বন্ধ পানী বোলে।

বৰণ, গোন্ধ, আৰু আস্বাদৰ পৰা পানীৰ স্বাভাবিক গুণ বুজিব পাৰি।

যি পানীত কোনো নাপাক বস্তু পৰি যদি তাৰ স্বাভাবিক

প্ৰশ্ন,—আল্লাহতাআলাই আমাৰ অঙ্গত কি কি কৰিবলৈ হাত দিছে, বহলাই লিখা। সোঁহাত আৰু বাওঁহাতৰে কি কি কামত ব্যৱহাৰ কৰিব লাগে, ভাগ ভাগকৈ বহলাই কোৱা।

কুলুখ আৰু এস্তেঞ্জাৰ পাৰ্থক্য কি? কি কি বস্তুৰে কুলুখ লোৱা উচিত? মতা আৰু মাইকী মানুহৰ কুলুখ লোৱা নিয়ম দুটা কোৱা। কুলুখ লোৱাৰ পিচত আৰু কি কি কৰিব লাগে?

গুণৰ কোনো পৰিবৰ্ত্তন নহয়, সেই পানীৰে অজু গোছল কৰা সিদ্ধ, আৰু যদি স্বাভাবিক গুণৰ পৰিৱৰ্ত্তন হয়, সেই পানীৰে অজু আৰু গোছল কৰা সিদ্ধ নহয়। যদি কোনো পানীত অপবিত্র বস্তু পৰিও পানীৰ আকাৰ পৰিবৰ্ত্তন নকৰে, তেনেহলে সেই পানীৰে অজু গোছল কৰিব পৰা যায়। আৰু যদি পানীৰ আকাৰ পৰিবৰ্ত্তন কৰেতেন্তে সেই পানীৰে অজু গোছল কৰা অসিদ্ধ ( নাপাক )। চাবন জাফৰাণ পৰিও যদি পানীক ডাঠ কৰে তথাপি তাৰে অজু কৰা নিষেধ ইত্যাদি।

## কি কি জন্তুৰ জুঠা পানী সিদ্ধ আৰু অসিদ্ধ

(ক) যি জন্তুৰ গোছত্‌ হাৰাম সেই জন্তুৰ খোৱা পানী বা নিশ্বাস পেলোৱা পানীও নাপাক যেনে, কুকুৰ, বৰা ( গাহৰি ) ইত্যাদি।

(খ) চিকাৰী পক্ষী আৰু ঘৰত পালা জন্তুৰ নিশ্বাস পেলোৱা পানী মক্‌ৰুহ যেনে গৰু, ছাগলী ইত্যাদি।

(গ) খচ্চৰ আদিৰ নিশ্বাস পেলোৱা পানী "মছকুক্"। ভাল পানী অভাবে মছকুক্ পানীৰে অজু গোছল কৰিলে কোনো দোষ নাই হয, কিন্তু অজু কৰাৰ পাচত আকৌ তয়াম্মোম্ নকৰিলে

---

প্রশ্ন,—নামাজৰ আগেয়ে কি কি কৰিব লাগে। পানী কেই ৰকম আৰু কি কি? কেনেকুৱা পানীত অজু সিদ্ধ আৰু কেনেকুৱা পানীত অজু অসিদ্ধ হয়? পানীৰ স্বাভাৱিক গুণ কেনেকৈ বুজিব পাৰি? কি জন্তুৰ জুঠা পানী হালাল আৰু কি জন্তুৰ জুঠা পানী হাৰাম লিখা।

নামাজ সিদ্ধ নহয়। কেৱল অজু আৰু তয়াম্মোম কৰিলেই নহয়, এনেভাবে তয়াম্মোম্ কৰিব লাগিব যাতে কোনো নাপাক বস্তু লাগি নাথাকে; কাৰণ হাৰাম জন্তুৰ নিশ্বাস হাৰাম, অৰ্থাৎ নাপাক, আৰু হালাল জন্তুৰ নিশ্বাস হালাল অৰ্থাৎ পাক।

## ৩য় পাঠ

## গোছল বা গা-ধোৱা

শৰীৰত কোনো অপবিত্ৰ বা নাপাকি বস্তু লাগি থাকিলে শৰীৰ পাক বা পবিত্ৰ কৰিবলৈ নাইবা স্বাস্থ্য ভালে ৰাখিবৰ নিমিত্তে গোছল বা গা ধোৱা আৱশ্যক।

## গোছলৰ নিয়ত

### নোওৱায় তোল্ গোছ্লা লেৰাফ্এল্ জানাবাতে গোছল কৰাৰ নিয়ম

প্ৰথমে গোছলৰ নিয়ত কৰিব লাগে। তাৰ পাছত কব্জা ( হাতৰ আঙ্লীৰ মাজ ) পৰ্য্যন্ত তিনিবাৰ কৈ ধুব লাগে, তাৰ পাচত 'বিছমেল্লা' পঢ়িবা। তাৰ পাচত অপবিত্ৰ অৰ্থাৎ নাপাকি ঠাইবোৰ ('নাপাক থাকক বা নাথাকক ) তিনিবাৰকৈ ধুবা। তাৰ পাচত নামাজৰ অজুৰ নিচিনা অজু কৰিবা। তাৰ পাচত বাওঁ কান্ধত তিনিবাৰ পানী আৰু সোঁকান্ধত তিনিবাৰকৈ পানী দি তাৰ পাচত মূৰত তিনিবাৰ পানী দি ধুব লাগে, শেষত ভৰি দুখন ধুবা। কিন্তু এইটো সকলোৱে মনত ৰাখিব লাগে

যে, যদি কোনো মানুহে নাপাকি অৱস্থাত ওখ ঠাইৰ পৰা গা ধুই সেই ঠাইতে ভৰি নুধুৱে তেন্তে তেওঁ সেই ঠাইৰ পৰা আন ঠাইত ভৰি ধুব পাৰিব। কিন্তু যদি সেই গা ধোৱা পানীতে ভৰি ধোৱে নাইবা ভৰিত সেই গা-ধোৱা পানী লাগে তেন্তে তেওঁৰ অপবিত্ৰতা নুগুচিব।

## ৫টি গোছল ফৰজ

১। সহবাস কৰি গোছল কৰা। ২। স্বপ্নদোষত গোছল কৰা। ৩। মণি বাহিৰ হলে গোছল কৰা। ৪। হায়েজ শেষ হলে গোছল কৰা, আৰু ৫। নেফাছ বন্ধ হলে গোছল কৰা।

## ৪টি গোছল ছুন্নত

১। আৰফাতৰ দিনত হাজি সকলৰ এহৰাম বন্ধাৰ নিমিত্তে গোছল কৰা। ২। ঈদেলফেতৰ নামাজৰ কাৰণে গোছল কৰা। ৩। ইচ্ছাহাৰ নামাজৰ কাৰণে গোছল কৰা। ৪। জুম্মা নামাজৰ কাৰণে গোছল কৰা।

## ২টি গোছল ওৱাজেব

১। মোৰ দাক গোছল কৰোঁতা জীৱিত মানুহৰ পক্ষে ওৱাজেব। ২। কাফিৰে ইছলাম কবুল কৰিলে গোছল কৰা।

## ৫টি গোছল মস্তাহৰ

১। চবেবেৰাতত গোছল কৰা। ২। চবেকদৰত গোছল কৰা। ৩। প্ৰতি দিনে গোছল কৰা। ৪। নাবালক বালক হলে গোছল কৰা। ৫। কাফিৰে মুছলমানী ধৰ্ম্ম গ্ৰহণ কৰিলে গোছল কৰা।

বিশেষকৈ চাবলগীয়া—যদি শৰীৰ নাপাক বা অপবিত্ৰ থাকে,

তেন্তে গোছল কৰাৰ আগেয়ে তেল লোৱা নিষেধ, যেনে স্ত্রী সহবাস ইত্যাদি। কিন্তু যদি নামাজ আদি পঢ়া নাইবা ঈদ জুম্মাৰ কাৰণে গোছল কৰা হয়। তেন্তে আগেয়ে তেল ললেও কোনো দোষ নাই, ই শৰীৰৰ নিমিত্তে ভাল হে। নাপাকি অৱস্থাত গোছল কৰাৰ পূৰ্ব্বে তেল ঘঁহিলে সেই নাপাকি সুগুছিব পাৰে, যদি নাপাকি সুগুছে তেন্তে গোছল কৰাই নকৰাই সমান। নাপাকি অৱস্থাত হেজামত কৰা নিষেধ।

## ৪ৰ্থ পাঠ

## পিন্ধা আৰু খোৱা

পিন্ধা কাপোৰ নাইৰ পৰা জানুৰ তলভাগ পৰ্য্যন্ত ঢাকি থকা আৰু শীত গৰমৰ পৰা ৰক্ষা পোৱা হোৱাকে "ফৰজ" বোলে সেই কাৰণে পিন্ধা কাপোৰ ভৰিৰ তলুৱাৰ গাঠিৰ ওপৰ পৰ্য্যন্ত থাকিব লাগে। তাৰ তললৈ ওলোমাই পিন্ধিলে হাৰাম বুলি ইছলাম অভিব্যক্তিয়ে কয়।

(ক) জাফৰণ আদিৰ নিচিনা ৰঙৰ কাপোৰ পিন্ধা "হাৰাম ৰঙা ৰঙৰ কাপোৰ পিন্ধা "মকৰুহ" কিন্তু তিৰুতাসকলে সকলো ৰকমৰ কাপোৰ পিন্ধিব পাৰে, ই তেওঁলোকৰ পক্ষে জায়েজ।"

---

প্ৰশ্ন,—গোছল কাক বোলে? গোছল কেই প্ৰকাৰ, আৰু কি কি? গোছল কেনেকৈ কৰিব লাগে বহুলাই লিখা। তলত লিখা গোছল কেই বিধৰ ফৰজ ছুন্নত আদি বাছি উলিওৱা, স্বপ্নদোষৰ গোছল, মৃত্যু মানুহক গোছল দিয়া, ইদোজ্জহাৰ নিমিত্তে গোছল কৰা, আৰু জুম্মা নামাজৰ নিমিত্তে গোছল কৰা।

(খ) যি কাপোৰৰ দীঘভাগ ৰেচম আৰু পথালি ভাগ সূতাৰ, তাক মতা মানুহে ব্যৱহাৰ কৰিব পাৰে ইয়াৰ বাহিৰে মতাই কোনো ৰকমৰ ৰেছমী কাপোৰ ব্যৱহাৰ কৰিব নোৱাৰে। অকল তিকতা সকলেহে ব্যৱহাৰ কৰিব পাৰিব।

(গ) পোছাকৰ সৌন্দৰ্য্য অপব্যয মূলক আৰু গৌৰব সূচক হলে হাৰাম আৰু তেনে নহলে মোবাহ।

(ঘ) যি পৰিমাণ আহাৰ কৰিলে শৰীৰ সুস্থ থাকে সেইটোকে "ফৰজ" বোলে। আৰু যি আহাৰ খালে নামাজ থিয় 'হৈ পঢ়িব পাৰি সেই পৰিমাণে আহাৰ কৰা "মোস্তাহাব"। পেট খালিকৈ আহাৰ কৰা "ছুন্নত।" পেট পূৰ্ণ কৈ আহাৰ কৰা মোবাহ। কিন্তু এলেম শিক্ষা আৰু ধৰ্ম্ম যুদ্ধত আৱদ্ধ থকা মানুহৰ নিমিত্তে সেই পৰিমাণে আহাৰ কৰা "মোস্তাহাব"। পেট পূৰ্ণ হোৱাত কৈ বেছি আহাৰ কৰিলে "হাৰাম"। কিন্তু পিচৰ দিন ৰোজা ৰখা নাইবা নিমন্ত্ৰণকাৰীৰ বাধ্যত সেই পৰিমাণে আহাৰ কৰিলে "দোৰস্ত" হব।

(খ) সোণ ৰূপৰ গিল্টি কৰা কাহিত আহাৰ কৰা হাৰাম।

(গ) আহাৰ কৰিবৰ সময়ত প্ৰথমে "বিছমিল্লা" আৰু শেষত "আল্‌হামদো লিল্লাহে" কোৱা "ছুন্নত"। পানী খাওঁতেও সেই দৰে কোৱা মোমিনৰ কৰ্ত্তব্য।

(ঘ) যি জালেম, পৰৰ ধন বিত কাঢ়ি বা অন্যায় উপায়েৰে আনি জীৱন নিয়ায়, যি নাচ বাজানা কৰি অৰ্থ উপাৰ্জ্জন কৰে আৰু যি সুদ খায়, নাইবা জুৱা আদি খেলি জীৱন ধাৰণ কৰে

তেওঁলোকৰ উপহাৰ বা নিমন্ত্ৰণ গ্ৰহণ কৰা জায়েজ নহয়, ই হাৰামৰ লগতে গণ্য বুলিব পাৰি।

(৬) অলপকৈ খোৱা, অলপকৈ শোৱা আৰু কমকৈ কথা-বতৰা আদি কোৱা পয়গম্বৰ সকলৰ কাম।

## ৮ম পাঠ

### অজু।

নামাজ পঢ়িবলৈ শুচি বা পবিত্ৰতাৰ নিমিত্তে নিয়ত ( মনত ভাব ) কৰি হাত মুখ, ধোৱাকে "অজু" বোলে। অজুত ৪ টি ফৰজ, ১১ টি ছুন্নত আৰু ৭ টি মোস্তাহাব আছে। তাক তলত দিয়া হল।

### ৪ ফৰজ

১। গোটেই মুখ খন ধোৱা। ২। দুই হাতৰ গোটেই অংশ ধোৱা। ৩। মুখৰ সন্মুখৰ ফালে থকা মূৰটোৰ চাৰি ভাগৰ এভাগ মছাহ কৰা। ৩। দুয়োখন ভৰি নিয়ম মতে ( ভৰিৰ সৰু গাঠিৰ ওপৰলৈকে ) ধোৱা।

### ১১ ছুন্নত

১। অজুৰ নিয়ত কৰা। "বিছমিল্লাহে" পঢ়ি পশ্চিম

---

প্ৰশ্ন,—কেনেকৈ আহাৰ কৰা উচিত? আহাৰ কৰা আৰু শেষ হোৱা সময়ত কি কি কৰিব লাগে। কেনেকুৱা কাহিত ভাত খোৱা উচিত? আহাৰৰ মোস্তাহাব মোবাহ আৰু হাৰাম কি কি কাৰণত হয়? কোন কোন মানুহৰ ঘৰত আহাৰ কৰা নিষেধ আৰু কিয়?

মুখকৈ অজু আৰম্ভ কৰা। ৩। প্ৰথম দুই কজা তিনি বাৰকৈ ধোৱা। ৪। মুখ ধোৱা আৰু গৰ্‌গৰাৰ লগত তিনি বাৰকৈ কুলি কৰা। ৫। সোঁহাতৰে নাকত পানী লোৱা আৰু বাওঁ হাতৰে সেই পানী সোঁত কৰি পেলোৱা। ৬। গোটেই মুখ খন ধোৱা। ৭। দুই হাত কিলাকুটিলৈ তিনি বাৰকৈ ধোৱা। ৮। দুই হাতত পানীলৈ সেই তিতা হাত দুখনেৰে গোটেই মূৰটো আৰু কাণ মছাহ কৰা। ৯। দুয়োখন ভৰি আঠুৰ তল ভাগ পৰ্য্যন্ত ধোৱা। ১০। অজুৰ ( প্ৰঃ মুখ, দ্বিঃ হাত, তৃঃ মূৰ, ৪ৰ্থ ভৰি ক্ৰমান্বয়ে ধুই ) নিয়ম পালন কৰা। ১১। এক অঙ্গ তিতা থাকোতে অইন অঙ্গ ( সোনকালে ) ধোৱা।

## ৭ মস্তাহাব

১। সোঁ ফালৰ পৰা অজু আৰম্ভ কৰা। ২। ঘাৰ তিতা হাতেৰে ধোৱা। ৩। ওখ ঠাইত পশ্চিম মুৱা হৈ বহি অজু কৰা। ৪। প্ৰত্যেক অঙ্গ ধোৱাৰ সময়ত "বিছ্‌মিল্লা হে" পঢ়া। ৫। হাতত আঙঠি থাকিলে অজুৰ সময়ত লৰচৰ কৰি দিয়া যাতে আঙঠি থকা ঠাইত পানী প্ৰৱেশ কৰিব পাৰে। ৬। অজু কৰাৰ সময়ত সংসাৰৰ কথা আলোচনা নকৰা। ৭। অজু কৰাৰ পাচত অৱশিষ্ট পানীৰ অলপ খোৱা।

## অজুৰ মক্‌ৰুহ

(ক) অজু কৰোতে মুখৰ পানী খুব বলেৰে নিক্ষেপ কৰা।

(খ) প্ৰত্যেক অঙ্গ তিনিবাৰৰ অধিক ধোৱা আৰু পানী অপব্যয় কৰা।

(গ) অকাৰণত বাও হাতেৰে নাকত পানী দিয়া আৰু নতুন পানী লৈ লৈ তিনিবাৰ মছাহ বা নাকত পানী লোৱা।

## ( অজু নষ্ট হোৱাৰ কাৰণ )

১। মল প্ৰস্ৰাবৰ মাজেদি বীৰ্য্য, প্ৰস্ৰাব, বায়ু ইত্যাদি বাহিৰ হোৱা।

২। যদি শৰীৰৰ কোনো ঘা কোঁৰাৰ পৰা বিয়লি যোৱাকৈ তেজ বা পুঁজ ওলায়।

৩। তেজ, খাদ্য দ্ৰব্য নাইবা পীত পানীৰে মুখ ভৰি যদি বমি হয়।

৪। থ্-থ্ৰ লগত তেজ ওলালে যদিহে থ্ৰ আকাৰ পৰিবৰ্ত্তন কৰে।

৫। টোপনিত যদি জ্ঞান শূন্য হোৱা যায়।

৬। নিচা খাই মাতাল বা অচেতন হলে।

৭। বেছছৰ নিচিনাকৈ খল্ খল্ কৈ হাঁহিলে।

## অজুৰ নিয়ত

**নওয়ায়তো আন্ আতাওবাজ্জয়া লেৰাফ্এল হাদছে অ-ৱাস্তা ৰা হাতেছ্ ছালাতে তাকাৰ্ৰোবান এলাল্লাহে তায়ালা।**

## অজু আৰম্ভ দোওৱা

**বিছমিল্লাহেল আলীএল আজীম আল হামদো লিল্লাহে আলা দীনেল ইছ্লামে আল ইছ্লামো হাকুন অল**

**কোফ্‌বো বাত্তেলুন, আল ইছ্বালামুনুৰুণ অলকুৰু্ক জুলমতুন।**

## অজু কৰিবৰ নিয়ম

অজু কৰিবৰ আগেযে গোছলৰ দৰকাৰ হলে গোছল কৰি লবা। কাপোৰত নাইবা শৰীৰত কোনো নাপাকি বস্তু লাগি থাকিলে তাক আগেয়ে ধুই লবা। ছতৰ ঢাকি লবা। অজুৰ বহা আসন অলপ ওখ হব লাগে। তাত কেবলা মুখ হৈ বহিবা। পানীৰ লোটা বা বদনা বাওঁহাতে ৰাখিবা। অজু আৰম্ভৰ সময়ত দোওৱা নাইবা "বিছমিল্লাহ" পঢ়ি পানীলৈ সোঁহাতে বাওঁহাতৰ কজালৈকে ক্ৰমান্বয়ে তিনিবাৰকৈ ধুবা। তাৰ পাচত মেছৱাক কৰিবা, মেছৱাক অভাবে কুলি কৰিবৰ সময়ত আঙুলিৰে দাঁত মাজিবা, তাৰ পাচত কুল্লি কৰিবা, আৰু কুল্লিৰ লগে লগে গলা গৰ্ গৰ্ কৰিবা। তাৰ পাচত সোঁহাতেৰে নাকত পানী সোমাই দি বাওঁ হাতেৰে তিনিবাৰ সোত কৰি পেলাবা, যদিহে ৰোজা থাকে তেন্তে ভিজা আঙুলীৰে তিনিবাৰ নাকৰ বিন্ধা মচিবা, তাৰ পাচত গোটেই মুখ খন তিনিবাৰ ধুবা, তাৰ পাচত দুই হাত সোঁফালৰ পৰা কিলাকুটিলৈ তিনিবাৰকৈ ধুবা। যদি ঘন ডাৰি থাকে তেন্তে তাৰ মাজত ভিজা আঙুলিৰে খেলাল কৰিবা। তাৰ পাচত মধ্য অনামিকা আৰু কনিষ্ঠ দুই হাতৰ আঙুলি পৰস্পৰ সংযুক্ত কৰি মূৰ, কাণ আৰু গলা ক্ৰমান্বযে মছাহ কৰিবা। * মূৰৰ চতুৰ্থাংশ

* তিতা বা ভিজা হাতেৰে মচাকে মছাহ কৰা বোলে।

মছাহ্‌ কৰা "ফৰজ" আৰু গোটেই মূৰটো মছাহ কৰা 'ছুন্নত'।

মূৰ মছাহ কৰাৰ পাচতে দুই হাতৰ তৰ্জ্জনী আঙুলিৰে দুই কাণৰ ভিতৰ ভাগ মছাহ কৰি ওপৰৰ ভাগ মছাহ কৰিবা। তাৰ পাচত বাওঁহাতেৰে সোঁ-ভৰি বাওঁ-ভৰি আঙুলিৰ ভিতৰ পৰ্য্যন্ত ক্ৰমান্বয়ে ধুবা। কিন্তু মনত ৰাখিবা যে প্ৰত্যেক অঙ্গ ধোৱাৰ সময়ত "বিছমিল্লা" কৰা, সৰ্ব্বশেষত অজু কৰি যি পানী বাকী থাকে, তাৰ অলপ "বিছমিল্লা" বুলি খালে, ইছ্‌লাম অভিব্যক্তিয়ে চওৱাব হয় বুলি কয়।

## অজুৰ বিষয়ে আৰু দু-আষাৰ মানকথা

(ক) অজু কৰোতে প্ৰত্যেক অঙ্গকে তিনিবাৰকৈ ধুলে যে ফৰজ বুলি কোৱা হৈছে, ইয়াৰ মানে এই, এবাৰ ধোৱা ফৰজ, তিনিবাৰ ধুলে ছুন্নত, অতএব তিনিবাৰকৈ ফৰজ ছুন্নত দুয়োটা হয়।

(খ) অজুৰ সময়ত প্ৰত্যেক অঙ্গ ধোৱাত "চাহাদাত কলেমা" পঢ়া মস্তাহাব।

(গ), সোঁ-ফালৰ পৰা অজু আৰম্ভ কৰা মস্তাহাব।

(ঘ) মূৰৰ সন্মুখ ফালৰ পৰা মছাহ কৰা মস্তাহাব।

(ঙ) অজুত পানী অপব্যয় কৰা গুণাহ।

(চ) অজুৰ সময়ত পাৰ্থিব কোনো কথা উল্লেখ কৰা নিষেধ।

(ছ) অজুৰ সময়ত নাইৰ পৰা আঠুৰ তললৈ বস্ত্ৰ ঢাকি থকা নিয়ম।

(ঋ) হাত মুখ ধোওঁতে পানীৰ ছিতা বদনা বা লোটাৰ পানীত যেন নপৰে।

## ৬ষ্ঠ পাঠ

### তায়াম্মোম

পানীৰ অভাবে নাইবা ব্যৱহাৰ অসাধ্য হলে অৰ্থাৎ ৰুগীয়া অৱস্থাত পানী ব্যৱহাৰ কৰিলে, আকৌ ৰোগ হবৰ সম্ভৱ হলে, পবিত্ৰ হবৰ কাৰণে, পানীৰ পৰিবৰ্ত্তে শুদ্ধ মাটি, বালি, শিল, ইত্যাদি মাটিৰ শ্ৰেণীৰ বস্তু ব্যৱহাৰ কৰাকে "তায়াম্মোম" কৰা বোলে।

### তায়াম্মোমৰ নিয়ত

নওৱায়তো আন্ আতাইয়াম মাম্ লেৰা-ফইল হাদাছে, অ-এছ্‌তা বাহাতেছ্‌, ছালাতে তাকাৰ ৰোবান এলাল্লাহে তা-আলা।

### তায়াম্মোমৰ নিয়ম

প্ৰথমে নিয়ত কৰি পৰিষ্কাৰ মাটিত হাত পেলাই লাহেকৈ জোকাৰি দিবা। সেই হাতৰ ধুলিৰে অজুৰ মাজত মুখ ধোৱাৰ

* তুমি যদি তায়াম্মোমৰ নিয়ত নাজানা তেন্তে নামাজৰ নাম ধৰি তোমাৰ নিজ ভাষাৰে নিয়ত কৰিবা।

প্ৰশ্ন—অজু আৰম্ভ দেওৱাটো মুখস্থ কৰা, অজু কৰাৰ নিয়ম লিখা। কেনেকৈ অজু কৰিব লাগে? কি কাৰণত অজু নষ্ট হয়। অজুৰ নিয়মটো মুখস্থ লিখা। অজুৰ সময়ত কি কি কথালৈ মন দিব লাগে। তলত লিখা বিল্লাকৰ ছুৱত ফৰজ ইত্যাদিৰ নাম লিখা। ওৰ ঠাইত বহি অজু কৰা, খোদাৰ নামত অজু আৰম্ভ কৰা।

যিবোৰ ফৰজ, তাক মচি লবা। তাৰ পাচত আকৌ হাত দুখন মাটিত পেলাই, বাওঁহাতৰ মধ্য, অনামিকা আৰু কনিষ্ঠ আঙুলিৰ পেট আৰু হাতৰ তলুৱাৰ কিছু অংশেৰে সোঁহাতৰ ওপৰ ভাগ মচিবা; তাৰ পাচত বৃদ্ধা, তৰ্জ্জনী আঙুলিৰ পেট আৰু হাতৰ তলুৱাৰ কিছু অংশেৰে আন ভাগ মচিবা, এই নিচিনাকৈ সোঁহাতেৰে বাওহাত মচিবা।

তয়াম্মোমৰ মাজত কুলি কৰা, নাকত পানী দিয়া আৰু ভৰি ধোৱাৰ পৰিবৰ্ত্তে একো কৰিব নালাগে। কিন্তু যদি হাত মাটিত মাৰিলে আঙুলিবোৰৰ গাত মাটি লাগি নাথাকে, তেনেহলে শেষৰ বাৰ মাটিত মাৰি আঙুলিবোৰ খেলাল কৰিবা। আৰু যদি হাতত আঙঠি থাকে তেন্তে অজুৰ নিচিনা লৰাই দিবা।

যি যি কাৰণৰ পৰা অজু নষ্ট হয়, সেই সেই কাৰণৰ পৰা তায়াম্মোমও নষ্ট হয়। মনত ৰাখিবা যে তায়াম্মোম কৰাৰ পাচত যদি হঠাৎ পানী পোৱা যায় আৰু যদি পানী ব্যৱহাৰ কৰিলে কোনো অনিষ্ট আশঙ্কা নাথাকে তেন্তে তায়াম্মোম নষ্ট হব।

এবাৰ তায়াম্মোম কৰি এবাৰ হে নামাজ পঢ়িব পৰা যায়; কিন্তু এবাৰ তায়াম্মোমত দুই অখক্তৰ নামাজ পঢ়িব নোৱাৰি।

নিয়ত কৰা, মুখ মছাহ কৰা, আৰু দুই হাত মছাহ কৰা এই তিনটি তায়াম্মোমৰ ফৰজ।

---

প্ৰশ্ন—তায়াম্মোম কৰিবৰ নিয়ম লিখা, কি কি অৱস্থাত তায়াম্মোম কৰিব পাৰি? তায়াম্মোমৰ ফৰজ কেইটা আৰু কি, কি? তায়াম্মোম কৰা কাক বোলে?

## ৭ম পাঠ

## আজান

নামাজৰ নিৰ্দ্দিষ্ট সময় উপস্থিত হলে, নামাজ পঢ়িবৰ কাৰণে মোছলমান ভাইসকলক যি যি কালাম বা কথাৰে মতা হয়, সেইবিলাক কালামকে "আজান" বোলে। ইয়াত সাতোটা কালাম নিৰ্দ্দিষ্ট হৈছে।

কিন্তু ফজৰৰ নামাজত এটা কালাম বেছি আছে। সেই সাতোটা কালাম তলত অৰ্থৰে সৈতে দিয়া গল।

**১ম কালাম,—আল্লাহো আকৃবৰ, আল্লাহো আকৃবৰ, আল্লাহো আকৃবৰ, আল্লাহো আকৃবৰ।**

অৰ্থ,—খোদাতাআলা বৰহক আৰু সৰ্ব্বশ্ৰেষ্ঠ।

**২য় কালাম, —আছ্হাদো আন লা-এলাহা ইল্লাল্লাহ, আছহাদো আন-লা এলাহা ইল্লাল্লাহ।**

অৰ্থ,—আল্লাহতাআলাৰ বাহিৰে কোনো উপাস্য নাই।

**৩য় কালাম,—আছ্হাদো আন্না মোহম্মদাৰ ৰছুলোল্লাহ। আছ্হাদো আন্না মোহম্মদাৰ ৰছুলোল্লাহ।**

অৰ্থ,—মোহম্মদ (দঃ) নিশ্চয় খোদাৰ প্ৰেৰিত ৰছুল।

**৪ৰ্থ কালাম,—হাইয়া আলাচ্ছালাত, হাইয়াঁ আলাচ্ছালাত।**

অৰ্থ,—নামাজৰ সময় হ'ল, এতিয়া নামাজত উপস্থিত হওঁহক।

**৫ম কালাম,—হাইয়া আলাল্ ফালাহ্, হাইয়া আলাল্ ফালাহ্।**

অৰ্থ,—মঙ্গল লাভৰ কাৰণে উপস্থিত হওঁহক।

**৬ষ্ঠ কালাম,—আল্লাহো আক্‌বৰ, আল্লাহো আক্‌বৰ।**

অৰ্থ,—খোদাতালা সৰ্ব্বশ্ৰেষ্ঠ।

**৭ম কালাম,—লা এলাহা ইল্‌লাল্লাহ।**

অৰ্থ,—আল্লাহত বাহিৰে কোনো উপাস্য নাই।

বিশেষ কথা।—আজান শেষ হলে মোৱাজ্জেন্ আৰু আজান শুনা সকলে এই দোওৱা পঢ়িব।

## দোওৱা

**আল্লাহোম্মা ৰাব্বে হাজেহিদ্ দাওতেৎ তাম্মাতে আচ্ছালাতিল্ কায়েমাতে আতে মোহম্মদীনিল আছি-লাতিল্ ফজিলাতে ওব আছ্‌হু মাকামাম্ মাহ্‌মুদানিল্ লাজি ও আত্‌তাহু।**

ফজৰ নামাজৰ সময়ত আজানৰ "হাইয়া আলাল্ ফালাহ" কালামৰ দুইবাৰ পঢ়াৰপাচত "আচ্ছালাতো খাইৰোম্ মীন্নানাওম" দুইবাৰ পঢ়িব লাগে। ইয়াৰ অৰ্থ এই,—

অৰ্থ,—টোপনিতকৈ নামাজেই সৰ্ব্বশ্ৰেষ্ঠ।

## একামত

ফৰজ নামাজ আৰম্ভৰ সময়ত যি কোৱা হয়, তাকে "একামত" বোলে। আজানৰ নিচিনাকৈ একামতো কব লাগে, কিন্তু আজানৰ ৫ম কালাম ( হাইয়া আলাল্ ফালাহৰ ) পাচত "কাদ্ কামাতেচ্ছালাত" দুইবাৰ মাত্ৰ কব লাগে।

বিশেষ কথা,—নামাজৰ, সময়ত স্ত্রিকতাসকলে একামত আৰু আজান কোৱা নিষেধ।

## জানায় নামাজত থিয় হোৱাৰ নিয়ম ঃ

——:০:——

### তক্‌বিৰ।

**আল্লাহো আকবৰ্।**

( ছানা )

চোব্‌হানাকা আল্লাহোম্মা অৱা বেহাম দেকা অৱা তাবাৰাকাছ মোকা অৱা তা আ-লা জদ্দোকা অৱা লা এলাহা গায়ৰোকা।

### আউজু বিল্লা

আউজো বিল্লাহে মিনাছ্ ছায়তানেৰ ৰাজিম।

### বিছমিল্লা

বিছ্‌মিল্লাহেৰ্ ৰহ্‌মানেৰ ৰহিম।

### ৰুকুৰ তছবিহ

ছোৰহানা ৰব্বিযাল আজিম ( তিনিবাৰ )

### ৰুকুৰ পৰা থিয় হোৱা তছবিহ্

ছমি আল্ল-হো লে-মান্ হামেদা।

## তহমিদ

( ছেজদাৰ তছবিহ )

ছোবহানা ৰাব্বিয়াল আল্লা ( তিনিবাৰ )

## আত্তা হিয়াতো

আত্তা হিয়াতো লিল্লাহে আচ্ছালাওয়াতো আত্‌তায়ে বাতো আচ্ছালামো আলায়কা আইওহান্নাবীও অ ৰাহ্‌-মাতুল্লাহে অ বৰ্‌কাতোহু আচ্ছালামো আলায়না অ আলা এবাদোল্লাহে চ্ছালেহিন আছ্‌হাদো আন্‌ লাএলাহ ইল্লাল্লাহু ও আছ্‌হাদো আনন্না মোহাম্মাদান আবদোহু অ ৰাছুহোহু ।

## দৰুদ

আলাহোম্মা ছাল্লে আলা হোমাম্মাদেও অ আলা আলে মোহাম্মাদিন কামা ছাল্লায়তা আলা ইব্র হিমা অ আলা আলে ইব্রাহিমা ইন্নাকা হামিদুন মজীদ, আল্লাহোম্মা বাৰেক আলা মোহাম্মাদেও অ আলা আলে মোহাম্মা-দিন কামা বাৰাক্তা আলা এব্রাহিমা অ আলা আলে এব্রাহিমা ইন্নাকা হামিদুন মজীদ ।

## দোওৱা মাছুৰা

আলা হুম্মাগ ফেৰলি অলে ওৱালেদাইয়া আলেমান্

ভাওৱালাদা অলেজামিইন মৌমেনীনা অল মৌমেনাতে অল মুছলেমিনা অল মুছ্‌লেমাতে অল্ আহ্‌ ইয়ায়ে মিনহুম্ অল আমওৱাতে বেৰাহ্ মাতেকা ইয়া আৰ্‌ হামাৰ্‌ ৰাহেমিন।

দোওৱা মাছুৰা শেষ কৰি সোঁ কালে মুখ ঘূৰাই এবাৰ "আচ্ছালামো আলায় কোম্ অ ৰহ্‌মা তুল্লাহে" তাৰ পাচত বাওকালে মুখ ঘূৰাই "আচ্ছালামো আলায় কোম্ অ ৰহমাতুল্লাহ" কৰা।

## মোনাজাত

**ৰাব্বানা আতেনা ফিদ্দুনিয়া হাছানাতাও অফিল আখেৰাতে হাছানাতাও আকেনা আজাবন্নাৰ, আছল্লাল্লাহু আলা খায়ৰে খালকেহি মোহম্মাদিন অ আলা আলেহি অ আছহা বিহী আজমায়ীন বেৰাহ মাতেকা ইয়া আৰ হামাৰ ৰাহেমিন।**

## আইন মোনাজাত

**লাএলাহা ইল্লাল্লাহো মহাম্মদৰ ৰছুলুল্লা হে তালা ও আছাল্লাম আলাখাইৰে খালকিহি ওনুৰে আৰছেহি আফ-জালেল আম্বিয়ায়েঅল্লাল মুৰছালিন। হাবিবনা ওছাফিওনা ও ছৈয়েদেনা ও মওলানা মহাম্মদিন ও আলা আলেহি ও আছহাবিহী ও আজওৱা জেহি আজমাইন বেৰাহ মাতেকা ইয়া আৰ হামাৰ ৰাহেমিন ও আখোৰো দাও-ৱানা আনেলং আম্‌দো লিল্লাহে ৰাব্বেল আলামিন।**

# নামাজৰ নিৰ্দ্দিষ্ট সময়

## ফজৰ।

ৰাতি শেষ হলে যেতিয়া আকাশত পুবফালে বগাৰ নিচিনা দেখা যায়, তেতিয়াৰপৰা সূৰ্য্য উদয় হোৱালৈকে ফজৰ নামাজৰ সময়। কিন্তু পুবফালে আন্ধাৰৰ নিচিনা হৈ থাকিলে তেতিয়া ফজৰৰ নামাজ পঢ়া সিদ্ধ নহয়।

## জোহৰ।

ঠিক দুপৰীয়াৰ অলপ পাচত জোহৰ নামাজৰ সময়, যদি জোহৰ নামাজ ঠিক কৰিবলৈ কোনো সন্দেহ থাকে তেন্তে ৰ'দত এডাল মাৰি থিয় কৰি থবা, সেই মাৰিৰ চাঁ যেতিয়ালৈকে মাৰিৰ দুগুণ নহয় তেতিয়াজৈকে জোহৰ নামাজৰ সময় থাকে।

## আছৰ।

জোহৰৰ পাচৰপৰা আছৰৰ সময় হয়। সূৰ্য্য মাৰ নোযোৱালৈকে আছৰ নামাজৰ সময় থাকে কিন্তু বেলিটো ধোৱা বৰণীয়া হলে চওৱাব কম পোৱা যায়।

## মগ্ৰেব

সূৰ্য্য মাৰ গলেই মগৰেবৰ সময় হয়। সূৰ্য্য মাৰ গৈ পশ্চিম ফালে আকাশৰ ৰঙা বৰণ নুগুচালৈকে মগৰেব নামাজৰ সময় থাকে।

## এছা

মগৰেব নামাজৰ পাচত এছাৰ নামাজৰ সময় হয়, ৰাতি দুপৰলৈকে এছা নামাজৰ সময় থাকে, তাৰ পাচত এছাৰ নামাজ পঢ়িব নোৱাৰি, পঢ়িলেও মকৰুহ "তহৰিমী" হয়। তাহাজ্জদ নামাজ বেতেৰৰ আগেয়ে পঢ়া ভাল, কিন্তু পাৰিলে তাহাজ্জদ নামাজ ৰাতিৰ শেষ ভাগত হে পঢ়া উচিত।

# ৮ম পাঠ

## নামাজৰ নিয়ত সমূহ

নামাজ পঢ়িবলৈ মনস্থ কৰাকে নামাজৰ নিয়ত বোলে যি অখক্তৰ যেই ৰাকাত নামাজ পঢ়িব লাগে তাক অন্তৰেৰে মনত কৰিলেই নিয়ত কৰা হয়। কিন্তু এইটো সকলোৱে মনত ৰাখিব লাগিব যে নিয়ত কৰা সময়ত অইন সংসাৰীক কথা বা ভাব যেন অন্তৰত সোমাব নোৱাৰে। সকলো মোছলমানে নামাজৰ সকলোবোৰ কাৰ্য্য আৰাবী ভাষাতহে কৰে, এই কাৰণে তলত ভাগ ভাগকৈ দেখুৱা গ'ল।

## ফজৰ নামাজৰ নিয়ত

ফজৰ নামাজৰ ছুন্নত দুই ৰাকাত আৰু ফৰজ দুই ৰাকাতৰ

প্ৰশ্ন—আজান দিয়াৰ কাৰণ কি? আজানৰ কালাম কেইটা মুখস্থ কোৱা? জায় নামাজত থিয় হৈ কি কি নিয়ম পালন কৰিবা? কি কি দোওৱা পঢ়ি চালাম ফিৰাব লাগে? দোওৱা মাছুৰা মুখস্থ কোৱা। কোন কোন নামাজ কোন কোন সময়ত পঢ়িব লাগে বজলাই কোৱা।

সৈতে ৪ ৰাকাত, প্ৰথমে ছুন্নত দুই ৰাকাত পঢ়ি লোৱা, পাচত ফৰজ দুই ৰাকাত পঢ়া।

## ২। ছুন্নতৰ নিয়ত

নাওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেল ফজৰ ছুন্নতো ৰাছুলিল্লাহে তায়ালা মোতাওয়াজ্জাহন এলাজ্জেহতিল কাবাতেছ চৰীফাতে আল্লাহো আক্‌বৰ।

## ২ ফৰজৰ নিয়ত *

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেল ফৰজ ফার্জ্জোলাহে তায়ালা * মোতাওয়াজ্জাহান এলার্জ্জেহতিল কাৱাতেছ চৰীফাতে আল্লাহো আকবৰ।

ফজৰ নামাজৰ নয়ত সমাপ্ত।

## জোহৰ নামাজৰ নিয়ত

জোহৰ নামাজৰ ৪ ছুন্নত, ৪ ফৰজ, ২ ছুন্নত আৰু ২ ৰাকাত নফলৰ সৈতে বাৰ ৰাকাত।

## ৪ ছুন্নতৰ নিয়ত *

নয়ায়তো আন্ উছল্লিয়া লিল্লাহে তায়ালা আৰ্‌বা

* ফৰজ নামাজ পঢ়িলে, ইমামৰ লগত পঢ়িবই লাগিব, সেই কাৰণে মোক্তাদিসকলে, "মোতাওয়াজ্জাহান্" অৰ আগত "এক্তেদায়তো বেহা-জাল ইমাম" বুলি নিয়ত কৰিবাইক।

ৰাকায়াতে ছালাতে জ্জোহৰ ছুন্নতো ৰছুলিল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰফাতে আল্লাহো আক্‌বৰ।

## ৪ ফৰজৰ নিয়ত

নওয়ায়তো আন্‌ উছল্লিয়া লিল্লাহে তায়ালা আৰ্‌বা ৰাকায়াতে ছালাতে জোহৰ ফজ্জোল্লাহে তায়ালা মোতা-ওয়াজ্জাহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।

## ২ ছুন্নতে মোয়াক্কাদাহ

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতে জ্জোহৰ ছুন্নতো ৰাছুলিল্লাহে তায়ালা মোতাওয়া-জ্জেহান্‌ এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো অক্‌বৰ।

## ২ নফলৰ নিয়ত

নওয়ায়তো আন উছল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেন নফল মোতওয়াজ্জেহান্‌ এলাজেহ্‌তিল্‌ কাবা-তেছ ছৰীফাতে আল্লাহো আক্‌বৰ।

* যদি দুই ৰাকাত নামাজৰ নিয়ত কৰা, তেন্তে নিয়তৰ ভিতৰত "ৰাকাতায়" কবা, আৰু যদি তিনি বা চাৰি ৰাকাত নামাজ পঢ়িবলৈ নিয়ত কৰা, তেন্তে "ৰাকায়তে" বুলিবা, এক নিয়ত দুই ৰাকাতৰ কম আৰু চাৰি ৰাকাতৰ বেছি নামাজ পঢিব নোৱাৰি, কিন্তু ৰাতি ১২।১ ৰকাত পঢ়িব পাৰি।

( জোহৰ নামাজৰ নিয়ত সমাপ্ত )

## আচৰৰ নামাজ

আচৰৰ নামাজৰ ছুন্নত ৪, আৰু ফৰজৰ ৪, ৰাকাতৰ সৈতে মুঠ ৮ ৰাকাত। আচৰৰ ছুন্নতক ছুন্নতে জেয়াদা বোলে। ইয়াক পঢ়িলে পুণ্য আৰু নপঢ়িলে কোনো দোষ নাই। আচৰৰ নামাজৰ পাচত অইন কোনো নামাজ পঢ়া নিষেধ।

### ৪ আচৰৰ ছুন্নতৰ নিয়ত

নওয়ায়তো আন উছাল্লিলা লিল্লাহে তায়ালা আৰবা ৰাকাতে ছালাতেল আচৰ্ ছুন্নতো ৰছুলিল্লাহে তায়ালা মোতাওয়াজ্জেহান্ এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।

### ৪ আচৰৰ ফৰজৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা আব্‌বা ৰাকায়তে ছালাতেল আচৰ ফৰজোল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।

( আচৰৰ নামাজৰ নিয়ত সমাপ্ত )

## মগ্‌ৰেব নামাজৰ নিয়ত

মগ্‌ৰেব নামাজৰ ৩ ফৰজ, ২ ছুন্নত, আৰু ২ ৰাকাত নফলৰ সৈতে মুঠ ৭ ৰাকাত।

## ৩ ফৰজৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা চালাছা ৰাকায়াতে ছালাতেল মগৰেব ফৰজ্জোল্লাহে তায়ালা মোতওয়াজ্জেহান এলাজেহ্‌তিল্ কাবাতেছে ছৰীফাতে আল্লাহো আক্‌বৰ।

## ২ ছুন্নতৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেল মগৰেব ছুন্নতো ৰাছুলিল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ্ ছৰীফাতে আল্লাহো আকৃবৰ।

এপিয়া জোহৰ নামাজৰ নফল নামাজত যি নিয়ত কৈ আহিছো সেই নিয়তেৰে মগৰেবতো দুই ৰাকাত নফল নামাজ পঢ়িবা। মুঠৰ ওপৰত সকলো নামাজৰ "নফল" এইদৰে পঢ়িব পাৰি।

( মগৰেৰ নামাজৰ নিয়ত সমাপ্ত )

## এছাৰ নামাজৰ নিয়ত

এচাৰ নামাজ, ছুন্নত ৪, ফৰজ ৪, ছুন্নত ২, নফল ২, বেতেৰ ৩ আৰু নফল ২, ৰাকাতৰ গৈতে মুঠ ১৭ ৰাকাত।

## ৪ ছুন্নতৰ নিয়ত

নওয়ায়তো আন. উছাল্লিয়া লিল্লাহে তায়ালা আৰ্বা ৰাকায়াতে ছালাতেল এছায়ে ছুন্নতো ৰাছুলিল্লাহে তায়ালা মোতওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আকবৰ

## ৪ ফৰজৰ নিয়ত

. নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা আৰবা ৰাকয়াতে ছালাতেল এছায়ে ফৰজ্জোল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছে ছৰীফাতে আল্লাহো আকবৰ।

## ২ ছুন্নতৰ নিয়ত

নওয়ায়তো আন্ উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেল এছায়ে ছুন্নতো ৰাছুলিল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আকবৰ।

## ২ নফলৰ নিয়ত

মগৰেব নামাজত যি বুলি নফল নামাজৰ নিয়ত কোৱা হৈছে, সেইদৰে নিয়ত কৰি দুই ৰাকাত নফল পঢ়া।

## ৩ বেতেৰৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা চালাছা ৰাকায়াতে চালাতেল বেতেৰ ওৱাজিবুল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আকবৰ।

## ২ নফলৰ নিয়ত

পূৰ্ব্বে কৈ অহা মতে নিয়ত কৰি দুই ৰাকত নফল পঢ়া। বিশেষ চাবলগীয়া—ৰমজান ছৰীফৰ বাহিৰে বেতৰৰ নামাজ জামাতত পঢ়িব নোৱাৰি। ইয়াত প্ৰথম দুই ৰাকাতত ক্ৰমান্বয়ে “ইন্না আন্ জালানাহু” আৰু “কুল ইয়া আইউহাল” পঢ়ি আত্তা হিয়াতো পঢ়ি উঠি চুৰা ফাতেহাৰ লগত “কুলুহু আল্লাহো আহাদ্” পঢ়ি কাণলৈ হাত তুলি, দোওৱা কুনুত পঢ়ি নামাজ শেষ কৰা।

## দোওৱা কুনুত

আল্লাহোম্মা ইন্না নাস্তাইনোকা ও নাস্তগ ফেৰোকা ও নৌ মেনো বে-কা অনাতাওয়াক্কালো আলায়কা ও নুছনী আলায়কাল খায়ৰে ওনাস্কোৰোকা ও লানাকফোৰোকা ও নাখ লাও ও নাৎৰোকো মাইয়াফজোৰোকা আল্লাহোম্মা ঈয়াকা নাবোদো ও অলাকা নোছাল্লি ও নাচজোদো ও এলায়কা নাছ আ ও নাহফেদো ও নাজু ৰহ্‌মাতাকা ও নাখছা আজা বাকা ইন্না আজাবাকা বিল্ কোফ্‌ফাৰে মোল্ হেক্ক্।

এচাৰ নামাজৰ নিয়ত সমাপ্ত।

## তাহাজ্জদৰ নামাজ

তাহাজ্জদৰ নামাজ দুই ৰাকাতৰ কম আৰু ১২ ৰাকাতৰ অধিক পঢ়িব নালাগে, এই নামাজ পঢ়াৰ নিয়ম এই যে, প্ৰত্যেক ৰাকাতত চুৰা ফাতেহাৰ পিচত তিনিবাৰকৈ চুৰা এখ্‌লাছ

( কুলহু আল্লা ) পঢ়িবা। এক নিয়তত দুই বাৰতকৈ পঢ়ি ৬ নিয়তত ১২ ৰাকাত নামাজ শেষ কৰিবা। যাৰ শেষ ৰাতি উঠা অভ্যাস আছে আৰু যাৰ শেষ ৰাতি উঠিব পাৰিম বুলি দৃঢ় বিশ্বাস আছে, তেওঁৰ নিমিত্তে তাহাজ্জদ নামাজৰ পিচত বেতেৰৰ নামাজ পঢ়া ছুন্নত আৰু যাৰ তেনে অভ্যাস নাই তেওঁৰ পক্ষে এছাৰ নামাজৰ পিচত পঢ়াই ভাল। এই নামাজত পুণ্য বেছি আছে।

## তাহাজ্জদ নামাজৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লহে তায়ালা ৰাকাতায় চালাতেৎ তাহাজ্জোদে ছুন্নতো ৰছুলিল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাত্তে আল্লাহো আকবৰ।

( নামাজৰ নিয়ত শেষ )

## তাৰাবী নামাজ

এছাৰ নামাজৰ পাচত আৰু বেতেৰ নামাজৰ পূৰ্ব্বে ৰমজান ছৰিফৰ প্ৰতি ৰাতিয়েই দুই ৰাকাত কৈ ১০ চালামত ২০ ৰাকাত নামাজ পঢ়া ছুন্নত ; ইযাকে "তাৰাবী" নামাজ বোলে ; ইযাক জামাতৰ লগত পঢ়া "ছুন্নতে খোলাফায়ে ৰাচেদীন।"

## তাৰাবী নামাজৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেত তাৰাবীহ ছুন্নতো ৰছুলিল্লাহে

# তায়ালা মোতাওয়াজ্জেহান এলাজ্জেহ-তিল কাওবাতেছ্ছ ছৰিফাতে আল্লাহো আকবৰ।

## ( তাৰাবী নামাজৰ দোওৱা )

( প্ৰত্যেক দুই ৰাকাতৰ পাচত বহি এই দোওৱা পঢ়িবা )

হাজামেন ফাজলে ৰাব্বিইযা কাৰিমাল মাৰুফে ইয়াকাদীমুল এহ্‌চানে আহচেন এলায়না বে এহচানেকাল কাদিম ছাবেবত কুলুবানা আলাদীনেকা বেৰাহ মাতেকা ইয়া আৰ হামাৰ ৰাহেমিন।

## ( তাৰাবী নামাজৰ দোওৱা )

( প্ৰত্যেক চাৰি বাকাতৰ পাচত বহি এই দোওৱা পঢ়িবা )

চোবহানা জিল্ মোল্‌কে অল মালাকুতে চোবহানা জিল্ ইজ্জতে অল আজমাতে অল্ হাযবাতে অল কুদৰাতে অল্ কিব্ ৰিযাযে অল্ জাবাৰুতে, চোবহানাল মালেকেল্ হাইয়েল লাজি লাইয়ানামো অলা ইয়ামুতো আবাদান্ .আবদা চুব্বুহুন্ কুদ্দুচুন্ ৰাব্বোনা অ ৰাব্বোল মালায়েকাতে অৰ্‌ৰুহ্।

( ইযাৰ পিচত এই মোনাজাত পঢ়ি ক্ষমা খুজিবা )।

---

প্ৰশ্নমালা,—প্ৰতি দিনে নামাজ কেইবাৰকৈ পঢ়িব লাগে, আৰু নাম লিখা। প্ৰত্যেক অৱক্ত নামাজৰ কেই ৰাকাতকৈ পঢ়িব লাগে লিখা। বেত্তেৰ নামাজৰ, নিয়তটো মুখস্থ লিখা। তাহাজ্জদৰ নামাজ কেতিয়া পঢ়া উচিত, আৰু কিয়? তাহাজ্জদ নামাজৰ নিয়তটো মুখস্থ লিখা।

## মোনাজাত

আল্লাহুম্মা ইয়া নাছ আলোকাল জান্নাতা অ নাউজো- বেকা মেনান্নাৰ ইয়া খালেকাল জান্নাতে অন্নাৰ, বেৰাহ মতেকা ইয়া আজীজো, ইয়া গাফফাৰো ইয়া কৰিমো, ইয়া চাত্তাৰো ইয়া ৰহিমো ইয়া জব্বাৰো ইয়া খালেকো, ইয়া বাৰ বো আল্লাহুম্মা আজের্ণা অথ লেছনা মিনান্নাৰ ইয়া মুজীৰো, ইয়া মুজীৰো, ইয়া মুজীৰো বেৰাহ মতেকা, ইয়া আৰ হামাৰ্ ৰা-হেমীন।

## ( নামাজৰ ওৱাজেব বিলাক )

ওৱাজেব মোট ১৫টা। এই ১৫টাৰ ভিতৰৰ ভুলক্রমে এটা এৰিলেই "ছোহ ছেজদা" দিব লাগে আৰু যদি জানি শুনি নিজ ইচ্ছামতে এৰি দিয়া হয়, তেন্তে সেই নামাজকে আকৌ পঢ়িব লাগে, তেনে নহলে নামাজ নহব।

১। আল্ হামদো চুৰা পঢ়া।

২। চুৰা মিলোৱা, এক আয়াত ডাঙৰ নাইবা তিনি আয়াত সৰু ( চুটি ) যেনে,—ইন্না আ তোৱাইনা।

৩। প্রথম দুই ৰাকাতত চুৰা মিলাবলৈ মনোনীত কৰা।

৪। নামাজৰ কাম অর্থাৎ ৰুকু ছেজদা আদি ক্রমান্বয়ে শেষ কৰা।

৫। খৰ্ খৰ্কৈ নামাজ নপঢ়িবা, অর্থাৎ ৰুকু আৰু ছেজদাত পলম কৰি থকা। ( এক তছবিহ সমান পলম কৰা "ওৱাজেব" ২ ৩ তছবিহ সমান পলম কৰা "ছুন্নত" )।

৬। থিয় হৈ পঢ়া, অৰ্থাৎ ৰুকুত যোৱাৰ পিছত আৰু ছেজদাত যোৱাৰ পূৰ্ব্বে স্থিৰ ভাবে থিয় হোৱা।

৭। দুই ছেজদাৰ মাজত পলম কৰা অৰ্থৎ ছেজদাৰ ওপৰতে ছেজদাত নোযোৱা।

৮। প্ৰথম বৈঠক বা বহা, অৰ্থৎ তিনি বা চাৰি ৰাকাত নামাজৰ মাজত, প্ৰথম বাৰ বহি আত্তাহিয়াতো পঢ়া।

৯। আত্তাহিয়াতো পঢা।

১০। লগালগিকৈ নামাজৰ কৰ্ম্ম আদায় কৰা।

১১। নামাজ পঢ়ি শেষত বহি আত্তাহিয়াতো আৰু দৰুদ পঢ়ি চালাম ফিৰাই নামাজৰ শেষ কৰা।

১২। চিঞৰি নামাজ পঢ়াৰ সময়ত চিঞৰি পঢ়া, মনে মনে পঢ়াৰ সময়ত মনে মনে পঢ়া ( দুই ঈদ, জুম্মাৰ ফৰজ দুই ৰাকাত, ফজৰ, মগৰেব আৰু এছাৰ প্ৰত্যেকৰ প্ৰথম দুই ৰাকাত ফৰজ চিঞৰি পঢ়া "ওৱাজে" )।

১৩। চালামৰ লগত নামাজৰ পৰা বাহিৰ হোৱা।

১৪। এছাৰ বেতেৰ নামাজৰ মাজত দোওৱা কুনুতৰ পূৰ্ব্বে কাণলৈ হাত তুলি দোওৱা কুনুত পঢ়া।

১৫। দুই ঈদত দুই ৰাকাতত ছয় তকবিৰ চিঞৰি কোৱা।

( ক ) ওৱাজেব এৰিলে ছোহ ছেজদা কৰা।

## ( ছোহ ছেজদাৰ নিয়ম )

যদি কোনোৱে নামাজ পঢ়ি থাকোতে ভুলক্ৰমে ওৱাজেব এৰি দিয়ে, তেন্তে ছোহ ছেজদা দিব লাগে. এই কথা আগেয়ে

এবাৰ কৈ অহা হৈছে। ছোহ ছেজদা আদায় কৰিবৰ নিয়ম এই যে, নামাজৰ শেষ বৈঠকত আত্তাহিয়াতো শেষ কৰি সোঁ ফালে চালাম ফিৰাই আকৌ পূৰ্ব্বৰ নিচিনাকৈ দুইবাৰ ছেজদা দিয়াৰ পাচত আত্তাহিয়াতো আৰু দৰুদ পঢ়ি শেষ কৰি দুই কালে চালাম ফিৰাবা।

# ৯ম পাঠ

## "নামাজ পঢ়িবলৈ কিছুমান নিয়ম"।

নামাজৰ পূৰ্ব্বে ফৰজ গোছলৰ দৰকাৰ হলে গোছল কৰি লবা, আৰু কাপোৰত নাপাকি বস্তু লাগি থাকিলে পাক বা পবিত্ৰ কৰি লোৱা, ছতৰ ঢাকা, অজু নাথাকিলে অজু কৰি লোৱা। নামাজৰ সময় দেখি পঢ়া তাৰ পাচত সাংসাৰিক কাজ, কাম, দয়া, মায়া, কাম, ক্ৰোধ, লোভ ইত্যাদি মনৰ পৰা আঁতৰাই একমনে এক প্ৰাণে ইযাকে মনত আনিবা যে,— "যি জনে মোক পয়দা কৰিছে, তেওঁ মোৰ সমুখত আছে, যদিও ময় তেওঁক দেখিবলৈ পোৱা নাই ; কিন্তু মোক তেওঁ

---

প্ৰশ্নমালা,—তাৰাবী নামাজ কাক বোলে? তাৰাবী নামাজৰ দুই ৰাকাতৰ পাচত আৰু চাৰি ৰাকাতৰ পাচত বহি পঢ়া দোওৱা দুটা মুখস্থ কোৱা? ওৱাইজৰ কি আৰু কি কি? ছোহ ছেজদা কেনেকৈ দিব লাগে?

অনায়াসে দেখি আছে। এনে ধ্যান কৰি তাৰ পিচত জায় নামাজত সৰল ভাবে কেবলা মুখী হৈ থিয় হবা ( ফৰজ )। ছেজদাৰ ঠাইলৈ চকু ৰাখিবা তাৰ পিচত দুয়োখন হাত তলৰ ফালে সমান্তৰ কৰি থৈ নিয়ত কৰিবা। তাৰ পিচত নামাজৰ নিয়ত কৰি তক্‌বিৰকৈ দুই হাতৰ বুঢ়া আৰু অনামিকা আঙুলিৰ আগ ভাগেৰে কাণ স্পৰ্শ কৰা * আৰু প্ৰত্যেক আঙুলিকে পৃথক ভাবে ৰাখিবা তাৰ পিচত তকবিৰ কৰা। তকবিৰ কৰৰ সময়ত মনত এনে ভাব ৰাখিব লাগিব যে খোদাতালাক যদিও আমি দেখা নাই কিন্তু তেওঁ আছে আৰু সঁচা আৰু আমাক দেখা পাইছে। এনে ভাব মনত ধাৰণা কৰা ( ফৰজ )। নাইৰ তলত বাওঁ হাতৰ সোঁ হাত লগাই থবা * সোঁ হাতৰ বুঢ়া আঙুলি আৰু কনিষ্ঠা আঙুলিৰে বাওঁ হাতৰ কব্জা ধৰিবা। অইন তিনিটা আঙুলি বাওঁ হাতৰ ওপৰত পেলাই ৰাখিবা। তাৰ পিচত (মনে মনে) "চোবহানাকা" পঢ়িবা, তাৰ পিচত ( মনে মনে ) 'আউজুবিল্লাহে বুলি" "বিছমিল্লাহে" পঢ়ি আলহামদো চুৰা" পঢ়ি শেষ কৰাৰ পিচত ( মনে মনে ) "আমিন" কৈ অইন এটা চুৰা বা কোৰাণ চৰিফৰ তিনি আয়েত মান পঢ়িবা। প্ৰত্যেক ৰাকায়তৰ প্ৰত্যেক চুৰাৰ পূৰ্ব্বে "বিছমিল্লাহ" মনে মনে পঢ়িবা। তাৰ পিচত ৰুকুত যাবৰ সময় ৰুকুৰ তকবিৰ কৰা, অৰ্থাৎ আঠু ভিৰ দি হালিবা। আঠুত হাতেৰে ভিৰ দিয়া সময়ত আঙুলিবিলাক যেন ভিন ভিন

---

* তিৰুতাসকলে বুকুৰ ওপৰত হাত বান্ধিব লাগে। আৰু কান্ধলৈ হাত তুলিব।

হৈ থাকে, ইয়াৰ বাহিৰেও নামাজৰ সকলো সময়তে আঙুলিবিলাক স্বাভাৱিক ৰূপে ৰাখিবা। ৰুকুত এনেকৈ হালিবা যেন মূৰটো টিকাৰ সৈতে সমান্তৰ হয়। * অৰ্থাৎ পিঠিখন পোন ভাবে ৰুকুত সোঁ। ভৰিৰ পিঠিলৈ চকু ৰাখিবা। আৰু ৰুকুৰ সময়ত ৰুকুৰ তছবিহ তিনি পাচ নাইবা সাতবাৰ কৈ মনে মনে পঢ়িবা। তাৰ পিচত তছমী বুলি লগে মূৰ দাঙি হাত ওলমাই সবল ভাবে থিয় হবা। তাৰ পিচত তহমিদ কৰা, পিচত তকবিৰ কৈ লগে লগে ছেজদা ( ১ম আঠু, ২য় হাত, ৩য় নাক, ৪ৰ্থ কপাল, মাটিত লাহেকৈ থৈ ) কৰিবা। ছেজদাৰ সময় কপাল মাটিত ( জায় নামাজত ) থৈ পেলাই ছেজদা কৰিবা আৰু ছেজদাত থাকিবৰ সময়ত নাকৰ ফালে চকু ৰাখিবা। আৰু তিনি, পাচ নাইবা সাতবাৰ তছবিহ পঢ়িবা। ছেজদাত দুই হাত কাণৰ পোনে পোনে থাকিব লাগে, আঙুলিবিলাক কেৱলা মুখকৈ ৰাখিবা, হাত দুখন কাষলতিৰ পৰা পৃথক থাকিব। পেট আৰু উৰু পৃথক ৰাখিবা তাৰ পিচত তকবিৰ বুলি মুখ তুলি ঠিক হৈ বহি এক তছবিহ সমান পলম কৰি আকৌ তকবিৰ বুলি আগৰ নিয়মে ছেজদাত যাবা, ছেজদাৰ পূৰ্ব্বে লিখিত মতে তছবিহ পঢ়িবা। তাৰ পিচত তকবিৰ বুলি সবল ভাবে থিয় হবা, এইয়ে এক ৰাকাত নামাজ হল, তাৰ পিছত "বিছমিল্লাহে" আলহামদো লিল্লাহে আৰু অইন এটা চুৰা পঢ়ি প্ৰথম ৰাকাতত

---

* তিৰুতাসকলে অলপহে হালিব লাগে, হাত যেন শৰীৰৰ পৰা পৃথক নহয়।

যি দৰে ছেজদা কৰিছিলা আৰু যি যি নিয়ম পালন কৰিবলৈ কৈ অহা হৈছে দ্বিতীয় ৰাকাতটো সেইদৰে কৰিবা। কিন্তু "চোবহানাকা আৰু আউজু বিল্লা" পঢ়িব নালাগে। দ্বিতীয় ৰাকাতৰ দ্বিতীয় ছেজদা শেষ হলে বাওঁ ভৰি পাৰি বহিবা। আৰু সোঁ ভৰি থিয়কৈ ৰাখিবা, থিয়কৈ ৰখা সোঁ ভৰিৰ আঙুলিবিলাক কেবলা মুখকৈ ৰাখিবা। কিন্তু তিৰুতাসকলে দুই ভৰি সোঁ ফালে উলিয়াই চতৰৰ ওপৰত বহিবা। দুই হাত দুই উৰুৰ ওপৰত ৰাখিবা। মনত ৰাখিবা যে, যদি দুই ৰাকাতৰ নামাজ হয় তেন্তে আধা আত্তাহিয়াতো পঢ়াৰ পিচত দৰুদ আৰু দোওৱা মাছুৰা শেষ কৰি চালাম ফিৰাবা, চালাম ফিৰাওতে প্ৰথমে সোঁ ফালে "আচ্ছালামো আলেইকোম্ ওৱা ৰহ্মা তোল্লাহ" কবা তাৰ পাচত বাওঁ ফালে চালাম ফিৰাই সেই ৰকমেই কবা। এয়েই দুই ৰাকাত নামাজ পঢ়া হল। আৰু যদিহে চাৰি ৰাকাত নামাজ হয়, তেনেহলে আধা আত্তাহিয়াতো পঢ়ি তকবিৰ কৈ আকৌ থিয় হবা। আৰু ফৰাজ নামাজ হলে কেৱল আলহামদো চুৰা পঢ়ি বাকী দুকাষত শেষ কৰিবা, ছুন্নত আৰু নফল নামাজত আলহামদো চুৰাৰ লগত অইন চুৰা মিলাই পঢ়িবই লাগিব। যেতিয়া চাৰি ৰাকাত শেষ হয় তেতিয়া আধা আত্তাহিয়াতো, দৰুদ আৰু দোওৱা মাচুৰা পঢ়ি চালাম ফিৰাই নামাজ শেষ কৰিবা। পিচত মোনাজাত কৰিবা। যদিহে তিনি ৰাকাত নামাজ পঢ়িব লগীয়া হয়, তেনেহলে পহিলা দুই ৰাকাত নামাজ ওপৰত কোৱা মতে আধা আত্তাহিয়াতো পঢ়ি থিয়

হৈ বাকীৰাকাতত কেৱল আলহামদো চুৰা পঢ়ি দৰুদ দোওৱা মাচুৰা পঢ়ি—চালাম ফিৰাই নামাজ শেষ কৰিবা, আৰু পিচত মোনাজাত কৰিবা।

## পাঁচ অক্তৰ নামাজ পঢ়াৰ নিয়ম

### ফজৰৰ নামাজ

সূৰ্য্য উঠাৰ আগেয়ে ফজৰ নামাজ পঢ়াৰ সময়। প্ৰথম আজানৰ দৰকাৰ হলে আজান দিবা * তাৰ পাচত ছুন্নত দুই ৰাকাত মনে মনে পঢ়িবা। ছুন্নত দুই ৰাকাতৰ পাচত ফৰজ দুই ৰাকাত পঢ়িবা। কিন্তু প্ৰত্যেক ফৰজ নামাজৰ পূৰ্ব্বে চিঞৰি একামত কৰ লাগে। ফজৰৰ দুই ৰাকাত ফৰজ নামাজ পঢ়িম বুলি নিয়ত কৰিবা। এই দুই ৰাকাত নামাজত "আল্লাহমদো" চুৰাৰ লগত অইন চুৰা মিলাই পঢ়িবা আৰু চিঞৰি পঢ়িবা।

### জোহৰৰ নামাজ

সূৰ্য্য পশ্চিম অলপ ফালে হালিলেই জোহৰৰ নামাজ পঢ়িব লাগে। প্ৰথম জোহৰৰ চাৰি ৰাকাত ছুন্নত পঢ়িম বুলি নিয়ত কৰিবা। ফজৰৰ ছুন্নতৰ নিচিনা দুই ৰাকাত পঢ়ি বহি পেলাই আধা আত্তাহিয়াতো পঢ়িবা কিন্তু দোওৱা পঢ়ি চালাম নিফিৰাবা, আধা আত্তাহিয়াতো পঢ়ি "আল্লাহো আকবৰ" বুলি থিয় হৈ পূৰ্ব্বৰ নিয়ম অনুসাৰে আকৌ দুই ৰাকাত পঢ়ি আত্তাহিয়াতো

* তিৰুতাই আজান দিয়া নিয়ম নাই।

দৰুদ আৰু দোওৱা মাছুৰা পঢ়ি চালাম ফিৰাবা, এনেকৈ চাৰি ৰাকাত ছুন্নত প্ৰথমে শেষ কৰিবা।

তাৰ পিচত জোহৰৰ চাৰি ৰাকাত ফৰজ পঢ়িবলৈ নিয়ত কৰিবা, প্ৰথম একামত কৰা * তাৰ পিচত জোহৰৰ চাৰি ৰাকাত ছুন্নত পঢ়িবলৈ যি দৰে কোৱা হৈছে, ঠিক ইয়াকো সেইদৰে পঢ়িবা, কিন্তু পিছৰ দুই ৰাকাতত কেৱল "আল্লাহাম্‌দো" ছুৰা পঢ়ি জোহৰৰ ফৰজ চাৰি ৰাকাত শেষ কৰিবা। তাৰ পিচত ফৰজ নামাজৰ ছুন্নতৰ নিচিনাকৈ দুই ৰাকাত ছুন্নত পঢ়িবা। তাৰ পিচত নফল দুই ৰাকাত পঢ়িবা।

## আচাৰৰ নামাজ

হাতত এডাল মাৰি লৈ ৰ'দত থিয় কৰা, যদি সেই মাৰিৰ ছাঁ, মাৰিৰ দুগুণ হয় তেন্তে সেয়ে আচৰৰ নামাজৰ সময়। জোহৰৰ চাৰি ৰাকাত ছুন্নত পঢ়াৰ নিচিনা আচৰৰ ছুন্নতো সেই দৰে চাৰি ৰাকাত পঢ়িবা, কিন্তু আচৰৰ চাৰি ৰাকাত ছুন্নত পঢ়িম বুলি নিয়ত কৰিবা। আচৰৰ নামাজ শেষ হোবাৰ পিচত, অইন কাজা নামাজ পঢ়া নিষেধ।

## মগৰেবৰ নামাজ

সূৰ্য্য মাৰ গলেই মগৰেবৰ নামাজৰ সময়। প্ৰথম মগৰেবৰ তিনি ৰাকাত "ফৰজ" নামাজ পঢ়িম বুলি নিয়ত কৰিবা। ফৰজৰ

* প্ৰত্যেক ফৰজ নামাজৰ পূৰ্ব্বে একামত কৰ লাগে, কিন্তু তিকতাই কৰ নোৱাৰে।

ফৰজ নামাজৰ নিচিনা দুই ৰাকাত পঢ়ি বহি পেলাই আধা আত্তা-হিয়াতো পৰি আকৌ উঠি বাকী ৰাকাতত কেৱল আল্‌হাম্‌দো চুৰা পঢ়ি বহি আত্তাহিয়াতো দৰুদ আৰু দোওৱা মাছুৰা পঢ়ি শেষ কৰিবা। তাৰ পিচত ছুন্নত দুই ৰাকাত পঢ়ি উঠি শেষত নফল নামাজ দুই ৰাকাত পঢ়ি মগৰেবৰ নামাজ শেষ কৰা।

## এছাৰ নামাজ

'সূৰ্য্য মাৰ যোৱাৰ পিচত আকাশৰ পশ্চিম ফালে ৰঙা বৰণ নাইকিয়া হলেই এছাৰ নামাজৰ সময়। প্ৰথম জোহৰৰ নামাজৰ ছুন্নতৰ নিচিনাকৈ এছাৰ ছুন্নত চাৰি ৰাকাত, তাৰ পিচত ফৰজ চাৰি ৰাকাত পঢ়া, বিশেষ এই যে এছাৰ নামাজৰ নাম ধৰি নিয়ত কৰিব লাগিব। আৰু ফৰজ নামাজৰ শেষৰ দুই ৰাকাত কেৱল "আল্‌হাম্‌দো" চুৰা পঢ়ি শেষ কৰিবা। তাৰ পিচত দুই ৰাকাত ছুন্নত পঢ়িবা। ছুন্নত দুই ৰাকাত শেষ কৰি নফল দুই ৰাকাত বহি পঢ়িবা' ইয়াৰ পিচত তিনি ৰাকাত বেতেৰ পঢ়া, বেতেৰৰ তিনি ৰাকাত ওৱাজেব নামাজ পঢ়িম বুলি ঠিক মগৰেবৰ তিনি ৰাকাত ফৰজ নামাজৰ নিচিনা পঢ়িবা। কিন্তু বেতেৰ নামাজ মনে মনে পঢ়িব লাগে। বেতেৰৰ প্ৰথম দুই ৰাকাতত ক্ৰমান্বয়ে "ইন্না আন্ জালানাহু" আৰু "কুল ইয়া আইউহাল্ কা-ফেৰুণ" আলহাম্‌দো চুৰাৰ লগত মিলাই পঢ়ি বহি আধা আত্তাহিয়াতো পঢ়ি আকৌ উঠিবা। তাৰ পিচত আল্‌হাম্‌দোৰ লগত "কুলহু আল্লাহ আহদ" চুৰা শেষ কৰি "আল্লাহো আক্‌বৰ" বুলি কানলৈ

দুই হাত তুলিবা। আকৌ পূৰ্ব্বৰ নিচিনাকৈ হাত বান্ধি দোওৱা কুনুত পঢ়ি দুই ছেজদা দি চালাম ফিৰাবা, শেষত “চোবহানাল মালে কল কুদ্দুছ” তিনিবাৰ পঢ়িবা। ইয়াৰ পিচত নফল দুই ৰাকাত এইন নামাজৰ নফলৰ নিচিনা নিয়ত কৰি বহি পঢ়িবা।

# ১০ম পাঠ

## জুম্মাৰ নামাজ পঢ়াৰ নিয়ম।

প্ৰত্যেক শুকুৰবাৰে জোহৰৰ নামাজৰ সময়ও ইমামৰ লগত জুম্মাৰ নামাজ পঢ়িব লাগে। এই নামাজ অকলে এজন মানুহে পঢ়া নিয়ম নহয়। ইমামৰ লগত তিনি বা তাৰ অধিক মানুহে জুম্মাৰ নামাজ আদায় কৰা নিয়ম। প্ৰথমে অজু কৰি দুই ৰাকাত “তাহীয্যাতোল অজু” তাৰ পিচত দুই ৰাকাত “দখুলুল মছজেদ” তাৰ পিচত ছুন্নত “মন্নাকাব্দাহ কাবলল ছুন্নত” চাৰি ৰাকাত পঢ়ি শেষ কৰিবা। ইয়াৰ পিচত

প্ৰশ্ন—গোটেই দিনটোত কেইবাৰ নামাজ পঢ়িব লাগে? প্ৰত্যেক অখণ্ডৰ নাম কোৱা। প্ৰত্যেক নামাজত কোন্ কোন্ অখণ্ডত কেই ৰাকাতকৈ পঢ়িব লাগে বহলাই কোৱা। নামাজৰ ওৱাজেব কেইটা, আৰু কি কি? ছোহ ছেজদা দিয়াৰ নিয়ম কি কি? প্ৰত্যেক নামাজৰ সময় নিৰ্দ্দিষ্ট কৰি দিয়া।

খোতবা শুনা। খোত্‌বা শুনাৰ পিচত ইমামৰ লগত দুই ৰাকাত জুম্মাৰ ফৰজ পঢ়িবা। তাৰ পিচত ক্ৰমান্বয়ে "বাদল্ জুম্মাৰ ছুন্নত" চাৰি ৰাকাত, "আখেৰে জোহৰ" চাৰি ৰাকাত, "ওৱাক্তৰ ছুন্নত" দুই ৰাকাত, শেষত অইন নামাজৰ নিচিনাকৈ "নফল" দুই ৰাকাত পটি জুম্মাৰ নামাজ শেষ কৰা।

## (২ তাহায়্যাতোল অজুৰ নিয়ত)

নওয়ায়তো আন্ উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতেৎ তাহীয়্যাতোল্ অজু মোতাওৱাজ্জেহান এলা-জহতিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ্।

## ২ দখুলুল্ মছজেদৰ নিয়ত

নওয়ায়তো আন্ উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় ছালাতে দোখুলেল্ মছজেদ ছুন্নতে ৰছুলিাহে তাল্লয়ালা মোতাওয়াজ্জেহান এলাজেহতিল ·কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।

## ৪ কাবলুল জুম্মাৰ নিয়ত

নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা আৰ্বাৰাকা-যাতে ছালাতেল কাব্‌লেল্ জুম্মায়াতে ছুন্নতে ৰছুলিল্লাহে তায়ালা মোতওৱাজ্জেহান এলাজেহ্‌তিল কাবাতেছ ছৰীফাতে আল্লাহো আকবৰ।

## ২ জুম্মাৰ ফৰজৰ নিয়ত

নওয়ায়তো আন ওছকেতা আন্ জিম্মাতী ফাৰজোজ্জোহ্ ৰে বে আদায়ে ৰাকাতায় ছালাতেল জুম্মায়াতে ফর্জোল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।

## ৪ বা-দল জুম্মাৰ নিয়ত ঃ

**নওয়ায়তো আন্ উছাল্লিয়া লিল্লাহে তায়ালা আৰ্‌বা ৰাকায়াতে ছালাতে বা-দুল জুম্মায়াতে ছুন্নতে ৰছুলিল্লাহে তায়ালা মোতওয়াজ্জেহান এলাজেহতিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।**

ইয়াৰ পিচত দুই ৰাকাত নফল নামাজ পঢ়িবা।

জুম্মাৰ নামাজৰ নিয়ত শেষ।

## নামাজ নষ্ট হোৱাৰ কাৰণ

প্ৰায় মানুহৰ মনত ধাৰণা যে, আনে যেনেকৈ আল্লাহ আল্লাহ বুলি উঠা বহা কৰি নামাজৰ কাৰ্য্য শেষ কৰে, আমিও সেইদৰে উঠা বহা কৰিলেই নামাজৰ কাৰ্য্য শেষ হব, কিন্তু কি কি অনিয়মত নামাজ নষ্ট বা ভঙ্গ হব পাৰে সেই বিষয়ে মন নকৰে বা নাজানে, এতেকে এই কথাকে ভাবি নামাজত সকলোৱে সাৱধান হবলৈ, কেইটামান নামাজ ভঙ্গ বা নষ্ট হোৱাৰ কাৰণ আঙুলিয়াই দিয়া হল, আৰু আশা কৰোঁ ইয়াক সকলো মোমিন ভায়ে মনত ৰাখি নামাজ পঢ়িব পাৰিব।

# নামাজ ভঙ্গ হোৱাৰ কাৰণ

নামাজ পঢ়া সময়ত ।—

১। কথা কলে, ২। চালাম কৰিলে, ৩। চালামৰ উত্তৰ দিলে, ৪। কোনো বস্তু খালে, ৫। অকাৰণত উঃ উঃ কৰিলে, ৬। অকাৰণত কাহিলে, ৭। ইমামে কোনো চুৰা ভুল কলে আৰু মোক্তাদিত ভিন্ন অইন মানুহে "লোকমা" দিলে ৮। নামাজত কোনো ফৰজ এৰিলে, ৯। ছেজদা দিওঁতে দুই ভৰি মাটিৰ পৰা দাঙি ৰাখিলে, ১০। মোক্তাদি ইমামৰ আগত থিয় হলে। ১১। হাঁহিলে। ১২। সুসংবাদত "ছোবহানাল্লাহো" কলে। ১৩। বেয়া সংবাদত "ইন্নাবিল্লাহে" পঢ়া। ১৪। কাবা ছৰীফত ভিন্ন অইন মুখ কৰি নামাজ পঢ়িলে, ১৫। নাপাক ঠাইত ছেজদা কৰিলে, ১৬। সাংসাৰীক কোনো বস্তুলৈ প্ৰাৰ্থনা কৰিলে,* ১৭। নামাজত অতিৰিক্ত কাম কৰিলে, ১৮। নামাজৰ সময়ত কোনো বস্তুলৈ চকু পৰিলে, যদি সেই বস্তুলৈ বিশেষ মন পৰে তেন্তে তাতো নামাজ ভঙ্গ হব।

## ঈদৰ নামাজ

ছাওৱাল চান্দৰ প্ৰথম দিন সূৰ্য্য উদয় হোৱাৰ পৰা দ্বিপ্ৰহৰ হোৱাৰ আগ ভাগত ইমামৰ লগত দুই ৰাকাত নামাজ পঢ়া ওৱাজেব। ইয়াকে "ঈদলফেতেৰ" বোলে।

* নামাজ পঢ়ি শেষ কৰি পাচত কোনো সাংসাৰীক বস্তুলৈ প্ৰাৰ্থনা কৰিলে তাত কোনো দোষ নাই।

## ( ঈদলফেতেৰ নামাজৰ নিয়ত )

**নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় চালাতে ঈদোলফেতৰ্ মা-আ-ছিত্তাতে তকবীৰাতেও ওৱাজি বাল্লাহে তায়ালা মোতাওয়াজ্জেহান এলাজেহ-তিল কাবাতেছ ছৰীফাতে আল্লাহো আক্‌বৰ।**

## ( ঈদোজ্জোহা নামাজ )

জেলহজ্জ চান্দৰ দশম দিনাৰ দ্বি প্রহৰৰ পূৰ্ব্বে ইমামৰ লগত দুই ৰাকাত নামাজ পঢ়া ওয়াজেব, ইয়াকে "ইদোজ্জোহা" বা "বক্‌ৰা ঈদ" বোলে। ঈদগাহত প্ৰবেশৰ সময়ত তক্‌বিৰ কোৱা সকলোৰে উচিত।

তক্‌বিৰ,—"আল্লাহো আক্‌বৰ, আল্লাহো আক্‌বৰ, লা-এলাহা এল্লাল্লাহো, আল্লাহো আক্‌বৰ, আল্লাহো আক্‌বৰ, ও-লেল্লাহেল্ হামদ।

## ( ঈদোজ্জোহা নামাজৰ নিয়ত )

**নওয়ায়তো আন উছাল্লিয়া লিল্লাহে তায়ালা ৰাকাতায় চালাতে ঈদোজ্জোহা মা আ-ছিত্তাতে তক্‌বীৰাতে ওৱাজে বাল্লাহে তায়ালা মোতাওৱ জ্জেহান এলাজেহতিল কাবা তেছ ছৰীফাতে আল্লাহো আক্‌বৰ।**

বিশেষ এই,- -ঈদৰ নামাজ ফৰজ দুই ৰাকাতৰ নিচিনাকৈ পঢ়িব লাগে। প্ৰথম ৰাকাতৰ নিয়ত কৰাৰ পিচত দ্বিতীয় ৰাকাতৰ ৰুকুৰ আগেয়ে, তিনিবাৰ তকবীৰ পঢ়ি তিনিবাৰ

কাণলৈ হাত তুলি কৰু ছেজদা দি নিয়ম মতে নামাজ শেষ কৰিব লাগে।

# ১১শ পাঠ

## ( ইমামৰ লগত জামাত )

( ১ )

জনা বুজা আৰু জ্ঞানী জনেহে ইমামতী কৰা উচিত। ইমামতী কৰিবলৈ হলে নামাজৰ নিযতৰ মাজত ফৰজ উল্লাহে তায়ালা পর্য্যন্ত পঢ়ি "আনা এমামোল্ লে-মান্ হাজাৰা ওমাঁই ইয়াহ্ জোৰো" পঢ়ি মোতাওৱাজ্জেহান এলাজেহতিল পঢি নিয়ত শেষ কৰি লবা।

ইমামৰ পাচত যিবিলাকে নামাজৰ ফৰজেই পঢ়োক, মোক্তাদি সকলে নিয়তৰ "মোতওৱাজ্জেহানৰ" আগেয়ে "এক্তে দায়তো বেহাজাল ইমাম" পঢ়ি নিয়ত শেষ কৰিব লাগিব

ইমামৰ পিচত নামাজ পঢ়িব লাগিলে মোক্তাদি সকলে সেইদৰে নিয়ত কৰি কাণলৈ হাত তুলি ছানা আউজুবেল্লা আৰু বিছ্মিল্লা পঢ়ি মনে মনে থিয় হৈ থাকিব লাগে। ছেজদাৰ সময়ত তছবিহ আৰু তকৃবিৰ ও আত্তাহিয়াতোৰ সময়ত আত্তাহিয়াতো পঢ়িব লাগে, ইমামে যেতিয়া "ছামি আল্লা হোলেমান হামেদা" কব, মোক্তাদিসকলে তেতিয়া কেৱল "ৰাব্বানা লাকাল হাম্দ্" কৈ ৰুকুৰ পৰা থিয় হব।

‡ "এক্তেদায়তো বেহাজেল ইমাম" মোক্তাদিসকলে কব

ইমামৰ পিচত এক শাৰীত এজনতকৈ বেছি মানুহ থকা আৱশ্যক, যদি কোনোৱে নামাজ আৰম্ভ হোৱাত নামাজ পঢ়িব আহে, আৰু যদি শাৰীত ঠাই নোহোৱা হয়, তেন্তে তেওঁ শাৰীৰ একাষৰ পৰা এজন মানুহ পিচলৈ নি কাতাৰ কৰি লৈ নামাজ পঢ়িব পাৰে। জামাতত জনা বুজা মানুহবিলাক ইমামৰ সোঁ কালে থকা উচিত। আনবিলাক বাওফালে থাকিব লাগে। আৰু সৰু সৰু লৰাবিলাক একেবাৰে শেষৰ শাৰীত থকা ভাল।

যদি ইমামে এজন মানুহ লৈ নামাজ আৰম্ভ কৰে, তেন্তে ইমাম সেই মানুহজনৰ বাওহাতে থাকিব, পিচত আৰু অইন মানুহ আহি নামাজত যোগ দিলে ইমামে ভৰি মাটিত চোঁচৰাই নি অলপ আগলৈ যাব।

দুই ৰাকাত নামাজৰ ভিতৰত এক ৰাকাত পঢ়া হৈ গলে সেই সময়ত যদি আন কোনো মানুহ আহি নামাজত যোগ দিয়ে, তেন্তে তেও ইমামে চালাম ফিৰাৰ সময়ত উঠি বাকী ৰাকাত নামাজ শেষ কৰিব।

তিনি ৰাকাত নামাজৰ এক ৰাকাত পঢ়াৰ পিচত যদি কোনোৱে আহি নামাজত যোগ দিয়ে, তেন্তে তেওঁ ইমামে চালাম ফিৰাৰ সময়ত বাকী এক ৰাকাত পঢ়ি নামাজ শেষ কৰিব।

চাৰি ৰাকাত নামাজৰ দুই ৰাকাত পঢ়াৰ পিচত যদি কোনোৱে আহি নামাজত যোগ দিয়ে, তেন্তে তেওঁ ইমামৰ লগত আধা আত্তা হিয়াতো পঢ়ি ইমামে চালাম ফিৰাৰ সময়ত উঠি বাকী দুই ৰাকাত

পঢ়ি নামাজ শেষ কৰিব। মুঠৰ ওপৰত কৰলৈ গলে জামাতত সম্পূৰ্ণ নামাজ নাপালে ইমামৰ লগত চালাম ফিৰাব নালাগে।

## জামা'য়াতৰ নামাজ

### ( ২ )

অকলশৰে নামাজ নপঢ়ি দুই বা ততোধিক মানুহ লগ লাগি একে লগে নামাজ পঢ়াকে "জামায়াতৰ" নামাজ বোলে। অকলে নামাজ পঢ়াতকৈ জামায়াতত নামাজ পঢ়া বেছি পুণ্য লাভ হয়। জামায়াতত নামাজ পঢ়া চুন্নতে "মোৱাক্কাদাহ"। সচৰাচৰ 'ফৰজ' নামাজ জামায়াতৰ লগত হৈ থাকে। * দুই জন নামাজী থাকিলে বেলেগ বেলেগকৈ নামাজ পঢ়া সম্পূৰ্ণ নিষিদ্ধ। তেওঁলোকৰ ভিতৰত এজন ইমাম আৰু আনজন মোক্তাদী হব, আৰু ইমামৰ সোঁ ফালে থিয় হব। মোক্তাদী দুই বা ততোধিক হলে ইমাম আগত আৰু মোক্তাদী সকল পিচত থিয় হব। প্ৰস্ৰাব পাইখানা লাগিলে তাক বন্ধ কৰি জামায়াতত যোগ দিয়া অপবিত্ৰ, কাৰণ একান্ত মনে আল্লাহক এবাদত কৰিবলৈ গৈ প্ৰস্ৰাব পায়খানালৈহে মনত পৰে, গতিকে নামাজ অপবিত্ৰ হয়। তক্‌বীৰ আৰম্ভ হৈছে বুলি জানি জামাযাত পাবৰ আশাৰে দৌৰি আহি জামাযাতত যোগ দিযা সম্পূৰ্ণ ভুল।

*পবিত্ৰ ৰমজান শ্বৰীফৰ মাহত তাৰাবীহ, বেতেৰ আৰু দুই ঈদৰ নামাজ ইমামৰ লগত জামায়তত পঢিব লাগিব। আৰু দুই বা ততোধি মানুহৰ একেলগে নামাজ কাজা হলেও, তাক জামায়াতত সম্পূৰ্ণ নামাজ আদায় কৰিব লাগিব।

মগ্‌ৰেবৰ তিনি ৰাকায়ত "এৰজ" সম্পূৰ্ণ অকলে, বা ইমামৰ লগত পঢিব লাগিব।

## ইমাম

যি জনে কেৰায়াত ভালকৈ পঢ়িব পাৰে, তেওঁৱেই 'ইমাম' হোৱা উচিত। যদি জামায়াতত আলিম থাকে, বা কাৰী ( কোৰআন স্পষ্টপাঠকাৰী ) আলিম হয়, তেনেহলে আলিমেই ইমামতী কৰা উচিত। ইমাম বুঢ়া আলিম, সত্যবাদী, ঈমানদাৰ, পৰ্-হেজগাৰ, লোকপ্ৰিয়, কাৰী, পুৰুষ আৰু মছলাভিজ্ঞ হোৱা উচিত। কোনো কাৰণ বশতঃ আলিম, কাৰী নাইবা মছলা-বিজ্ঞ লোক জামায়াতত নাথাকিলে সকলোতকৈ বয়সবৃদ্ধ লোকপ্ৰিয়, পৰ্হেজগাৰ লোকেই ইমামতী কৰিব। অন্ধ, বেদাতী, চাকৰ ( ক্ৰীতদাস ) আৰু হাৰাংজাদাৰ ইমামতীত নামাজ দোৰস্ত নহয়। অৰ্থাৎ মক্ৰুহ। মূৰ্খ; নপুংসক, মাইকী মানুহ আৰু নাবালক এওঁলোকৰ ইমামতীত নামাজ অসিদ্ধ হয়। কোনো মোছাফেৰ ইমাম হলে, মোক্তাদাসকলে তেওঁৰ কছৰৰ পাচত চাৰি ৰাকাযাতৰ বাকী দুই ৰাকায়াত নিজে নিজে আদায় কৰি চালাম ফিৰাই নামাজ আদায় কৰিব।

## কাতাৰ

ইমামৰ পিচত মোক্তাদী সকল শ্ৰেণীবদ্ধ ভাবে লগালাগ কৰি থিয় হব, যেন মাজত এবেগতৰ বেছি ফাঁক নাথাকে। যদি এজন মোক্তাদী হয়, তেনেহলে ইমামৰ সোঁফালে অলপ পিচত থাকি থিয় হব। একাধিক মোক্তাদী হলে ইমামৰ পিচফালে বেলেগ কাতাৰ কৰি লব। কিন্তু ইমামৰ আগলৈ

গলে নামাজ 'ফাছেদ' হব। নামাজ আৰম্ভৰ পাচত কোনোৱে যদি নামাজত চামিল হবলৈ শেষ কাতাৰত ঠাই নাপায়, তেনেহলে সমুখৰ কাতাৰৰ সোঁফালেৰ পৰা এজনক চোঁচৰাই আনি এটা নতুন কাতাৰ কৰি নামাজ পঢ়িব।

## নিয়্যাত

ইমামে নিজৰ নিয়াতৰ ভিতঁৰত মোক্তাদী সকলৰ ভাৰ গ্ৰহণ কৰিব অৰ্থাৎ ফাৰ্জুল্লাহে—তায়া'লাৰ পাচত "আনা" এমা'মুল লে'মান হাজাৰা ওৱামাইযাহ জোৰো" বেছিকৈ কব আৰু মোক্তাদী সকলেও নিজৰ নিজৰ নিয়ত্ত ইমামৰ ওপৰত নিৰ্ভৰ কৰিব আৰ্থাৎ 'ফাৰ্জুল্লাৰ' পাচত "এক্তা দায়তো বেহাজাল ইমাম্" বেচিকৈ কব।

## প্ৰণালী

মোওয়াজ্জেন নাইবা আন কোনো এজনে প্ৰথম কাতাৰৰ পৰা চিয়ৰী "একামত" কব। যেতিয়া একামতৰ ভিতৰত "কাদকামাতিছ ছালাত" উচ্চাৰণ হব, তেতিয়া ইমামে নিয়াত কৰি মৃদুস্বৰে, ছানা, আউজুবিল্লাহ আৰু বিছমিল্লাহ পঢ়ি নামাজ আৰম্ভ কৰিব। আৰু মোকতাদী সকলেও নিজৰ নিজৰ কাতাৰত সৰল ভাবে থিয় হৈ নিয়ত্ত আৰু ছানা পঢ়ি নিৰবে থিয় হৈ থাকিব। তাৰ পিচত মোকতাদী সকলে মৃদুস্বৰে "তকৃবীৰ,"

আৰু ইমামে চুৰা 'ফাতেহা' পঢ়াৰ পিচত কেৱল "আমীন্" "ৰুকু আৰু চেজদাৰ তাছবীহ" "তাহ্মীদ্" আওৰাহিয়াতো, দৰূদ, মাছুৰা, ছালাম আৰু মোনাজাতৰ মাজে মাজে "আমীন" পঢ়িব। মুঠৰ ওপৰত ইমামক অনুকৰণ কৰি ৰুকু ছেজদাহ্ ইত্যাদি কৰিব লাগে। আন কি চহ্ব ছেজদা আৰু তেলাওৱত ছেজদাও ইমামৰ লগে লগে কৰা বিধি।

ইমামে কোনো ভুল কৰিলে মোক্তাদী সকলৰ ভিতৰত জনাবুজা এজনে শব্দ কৰি লোক্মা দি শুধৰাই দিয়া নিতান্ত উচিত।

## তলত লিখা ইমামৰ পাচত নামাজ পঢ়া নিষেধ

১। বে নিকাহত যি জন্ম পাইছে অৰ্থাৎ হাৰামজাদা।

২। হাৰাম উপাৰ্জ্জনকাৰী।

৩। কোৰাণ ছৰীফ পঢ়িব নজনা, বা ভুল পঢ়া লোক।

৪। বজাৰ বা হাট খোৱা।

৫। কিনা গোলাম।

৬। হদিছৰ কোনো অংশ নজনা লোক।

৭। লেঙেৰা বা খোঁৰা।

৮। মনাফেক।

৯। কুষ্ঠ বেমাৰত ভোগা লোক।

১০। জঙ্গলী বুদ্ধিহীন লোক।

১১। অন্ধ, যিজনে একেবাৰে কোনো বস্তু দেখা নাপাই অৰ্থাৎ তেওঁ পাক নে নাপাকত আছে, একোতে গম ধৰিব নোৱাৰে।

## ইমাম হোৱাৰ কাৰণে ৬ টা গুণ দৰকাৰ

১। আচল মুছলমান হব লাগে।

২। ডেকা হোৱা, পৰা পক্কত ল'ৰাৰ পাচত যেন নহয়

৩। বুধিয়ক, যেন পগলা নহয়।

৪। পুৰুষ, যেন তিৰুতা নহয়।

৫। পুৰুষ ৰুগীয়া যেন নহয়।

৬। নামাজৰ আটাইবোৰ ছৰং জনা হব লাগে।

প্ৰশ্ন :—জামায়াত কাক বোলে? জামাযাতৰ ইমাম চাহেবৰ কি কি গুণ থকা উচিত। কাতাৰ কেনে হোৱা উচিত? নামাজত থিয় হোৱাৰ আগতে কি কি কথালৈ মনত কৰা উচিত? ইমামতী কৰা প্ৰণালীটো চমুকৈ কোৱা। জামায়াতত ঠাই নহলে নামাজ পঢ়িবলৈ কি উপায় কৰিবা?

# ১২শ পাঠ

## ৰোজা

ইছলাম ধৰ্ম্ম অনুসাৰে সূৰ্য্য উঠাৰ পূৰ্ব্বৰপৰা মাৰ যোৱালৈকে খোৱা লোৱাৰ পৰা বাহিৰ থকা অৰ্থাৎ উপবাস থকাকে "ৰোজা" বোলে। বলী আৰু নিৰুগী মানুহে ৰোজা ৰখা উচিত। বিনা কাৰণে অৱহেলা কৰি ৰোজা নাৰাখিলে গুনাহ হব। তিৰুতাসকলে গোছলৰ সময় ৰোজা ৰাখা হাবাম, কিন্তু ৰমজান মাহৰ পাচত বাকী ৰোজা আদায় কৰিব লাগিব। গোটেই বছৰৰ ভিতৰত পাচ দিন ৰোজা ৰাখা হাবাম যেনে -ঈদলফেতৰৰ এদিন, ঈদো জ্জোহাৰ এদিন, আৰু তাৰ পিচৰ তিনি দিন। প্ৰত্যেক চান্দৰ প্ৰথম তিনি দিন ৰোজা ৰাখ ছুন্নত। গোটেই ৰমজান মাহত ৰোজা ৰাখা ফৰজ। জুম্মাবাৰ আৰু মহৰমত ৰোজা ৰখা নফল। গৰ্ভধাৰিণী তিৰুতা যদি গৰ্ভৰ কোনো অনিষ্ট আশঙ্কা থাকে, পিয়াহ খোৱা লবাৰ মাক, যদি পিয়াহ নোলোৱাৰ কোনো সন্দেহ থাকে, যি উঠিব লৰিব নোৱাৰা বেমাৰী, যদি ৰোজা ৰখাৰ পৰা বেমাৰ বেছি হোৱাৰ সম্ভব হয়, ৰোজা ৰখা সময়ত ভোক বা পিয়াহত জীৱনৰ সংশয় উপস্থিত হলে, কোনো ভয়ঙ্কৰ বা হিংসক জন্তুই কামুৰিলে, কোনোৱে যদি জবৰদস্তি কৰি ৰোজা নষ্ট বা অইন উপায় অবলম্বন কৰে আৰু যদি তিনি দিন পৰ্য্যন্ত মফস্বলত অনাহাৰে থাকে,

তেন্তে ইয়াত ৰোজা ভঙ্গন কৰিব পাৰি। কিন্তু ইয়াৰ কাফাৰা দিবই লাগিব, প্ৰত্যেক ৰোজাৰ কাৰণে একোজন গৰিবক খুওৱা ইছলামৰ নিয়ম। বেমাৰীৰ বেমাৰ গুচাৰ কাৰণে ৰোজা ৰাখা ওৱাজেব।

## ৰোজা ৰখাৰ নিয়ত

নওয়ায়তো আন্ আচুমা গাদাম্ মিন্ চাহ্‌ৰে ৰাম-জানেল মোবাৰকে ফৰ্জ্জাল্লাকা ইয়া আল্লাহো ফাতাকা-ব্বল মিন্নি ইন্নাকা আন্তাছ চামিউল আলীম।

অৰ্থ,—মই ৰমজান মাহৰ কালিলৈ ৰোজা ৰাখিম বুলি মন কৰিলো, হে খোদাতাঅলা তুমি যেন মোৰ মনৰ এই ভাবটো গ্ৰহণ কৰা, তুমি হাকিম আৰু মই প্ৰাৰ্থনাকাৰী।

## ৰোজা ভঙ্গাৰ বা এফ তাৰৰ নিয়ত

আল্লাহোম্মা ছুম্‌তোলাকা অতাৱাক্‌কালুতো আলা ৰিজ্‌কেকা অফতাৰ্‌তো বেৰাহ্‌মাতেকা ইয়া আৰ্‌হামাৰ্‌ ৰেহেমিন।

অৰ্থ,—হে জগত কৰ্ত্তা খোদাতালা! তোমাৰ নিমিত্তে ৰোজা ৰাখিছিলো, এতিয়া তোমাৰ আহাৰৰ ওপৰত নিৰ্ভৰ কৰিলো, অৰ্থাৎ "এফ্‌তাৰ" কৰিলো। তুমি সৰ্ব্ব শ্ৰেষ্ঠ আৰু দয়াবান।

## ৰোজা ভঙ্গ বা নষ্ট হোৱাৰ কাৰণ

১। নিজে জানি বুজি কোনো বস্তু খালে বা ৰতিকাম কৰিলে।

২। কোনো অঙ্গত সিঙ্গা লগাই তেজ উলিয়ালে আৰু যদি বিবেচনা কৰে যে, এই কামত মোৰ ৰোজা নষ্ট হৈছে তেন্তে তেওঁৰ ৰোজা কাছেদ হব।

৩। শৌচ বা মূত্ৰদ্বাৰৰ বাহিৰেও অইন ফালেদি যদি ৰতি কাৰ্য্য কৰে, আৰু তাৰ কাৰণে যদি বীৰ্য্যপাত হয়, তেনেহলে ৰোজা নষ্ট হৎ। তেনে নহলে ৰোজা নষ্ট নহয়। ৰোজাৰ সময়ত নিজ স্ত্ৰীৰ লগত বা অইনৰ লগত প্ৰেমালাপ কৰা সৰ্ব্বস্পূ মনা, কাৰণ এনে অৱস্থাত বীৰ্য্যপাত হোৱা বহুত সম্ভৱ।

৪। যদি এটা মাহৰ সমান কোনো বস্তু দাঁতত লাগি থাকে, আৰু যদি ইয়াক ৰোজাৰ নিয়ত কৰাৰ পিচত বাহিৰ কৰি খাই পেলোৱা হয় তেন্তে ৰোজা নষ্ট হব। কিন্তু চোবাই পেলালে ৰোজা ভঙ্গ নহয়।

৫। কুলি কৰি থাকোঁতে হঠাৎ যদি পানী ভিতৰলৈ যায় তেন্তে তাতো ৰোজা ভঙ্গ হব।

৬। নাকত বা কাণত ঔষধ দিলে, মূৰত ঔষধ লগালে আৰু পেটৰ কটা ঘাৱত ঔষধ দিলে যদি সেই ঔষধ ভিতৰলৈ প্ৰবেশ কৰে তেন্তে তাতো ৰোজা নষ্ট হব।

৭। শিল নাইবা কোনো বস্তু গিলি পেলালে, গোটেই ৰমজান ছৰীফৰ মাজত ৰোজাৰ নিয়ত নকৰিলে আৰু এপ্তাৰৰ নিয়ত নকৰিলে।

৮। যদি বেছিকৈ বমি হয়, তেন্তে ৰোজা নষ্ট হব। কিন্তু সামান্য বমিত ৰোজা নষ্ট নহয়।

(ক) পৱিত্ৰ ৰমজান ছৰীফত নিজ ইচ্ছাৰে ৰোজা ভঙ্গ কৰিলেই কাফাৰা দিব লাগিব। কিন্তু অইন ৰোজাত কাফাৰ দিব নালাগে।

## ৰোজাৰ কাফাৰ দিয়াৰ নিয়ম
## "চৰে ৰেকায়া"

নিজ ইচ্ছাৰে বা স্বজ্ঞানে পৱিত্ৰ ৰমজান ছৰীফৰ ৰোজা নাৰাখিলে বা ভঙ্গ কৰিলে তলত লিখা মতে কাফাৰা দিব লাগিব।

১। গোলাম এজনক খালাচ দিয়া।

২। ক্ৰমান্বয়ে দুই মাহ ৰোজা ৰাখা।

৩। ৬০ জন গৰিবক আহাৰ কৰোৱা।

কিন্তু একেবাৰে গৰিব হলে প্ৰত্যেক ৰোজাৰ কাৰণে একোজন গৰিবক আহাৰ কৰালেই হব

## কি কি কাৰণে ৰোজা নষ্ট নহয়

১। ৰোজা থকাত যদি ভুলক্ৰমে কোনো বস্তু খোৱা যায়, কিন্তু মনত পৰা মাত্ৰেই যদি তেতিয়াই সেই বস্তু উলিয়াই দিয়া হয়, তেন্তে ৰোজা ফাছেদ নহব।

২। ভুলক্ৰমে সহবাস কৰিলে, স্বপ্নদোষ হলে আৰু কোনো তিৰুতাক দেখা মাত্ৰেই ৰেত পাত হলে।

৩। ভুলত মূৰত তেল দিলে, চকুত চুৰমা লগালে, কোনো মানুহৰ অনিষ্ট চিন্তা কৰিলে, নিজে নিজে বমি কৰিলে, আৰু যাৰ গা ধুবৰ দৰকাৰ আছিল, কিন্তু তাৰ পূৰ্ব্বে পোহৰ হলে।

৪। কাণত পানী দিলে কিন্তু তেতিয়াই উলিয়াই পেলালে, হঠাৎ ধূলা বা ধোৱা নাইবা ম'হ গলৰ ভিতৰলৈ গলে, কিন্তু হোকাৰ ধোৱা নাইবা অইন ধোৱা ইচ্ছা কৰি ভিতৰলৈ নিলে তাতো ৰোজা নষ্ট হব।

## যি যি কাৰণে ৰোজা মকৰূহ হয়

১। কোনো বস্তুৰ সোৱাদ ললে, জোহৰৰ নামাজৰ পূৰ্ব্বে দাঁতোন কৰিলে, মুখত তেল দিলে, চকুত চুৰ্মা লগালে ৰোজা মকৰূহ হয়। ৰোজা ৰাখি কথা বতৰা নোকোৱাকৈ মনে মনে থাকিলে, ৰোজাৰ সময়ত অজু বা গোছলৰ বাহিৰে অইন সময়ত মুখত পানী দিলে, ৰোজা ৰাখি ক্ৰমান্বয়ে দুই দিন এপ্তাৰ নকৰিলে আৰু যদি তিৰুতাৰ লগত প্ৰেমালাপ কৰি চুমা খায় বা অইন কোনো সহবাসৰ লগৰীয়া কাম কৰে, তেন্তে ৰোজা মকৰূহ হব।

# ১৩ শ পাঠ

## জানাজাৰ বিৱৰণ

মানুহ মৰাৰ সময়ত সকলোৱে তলত লিখা নিয়ম কেইটা অবলম্বন কৰা উচিত।

**প্ৰশ্নমালা**—নামাজ পঢ়াৰ নিয়মটোৰ চমু বিৱৰণ কোৱা। নামাজৰ সময়বোৰ নিৰ্দ্দিষ্ট কৰি কোৱা। জুম্মাৰ নামাজ কেই ৰাকাত আৰু কি কি? কি কি কাৰণত নামাজ নষ্ট হয়? দুই ঈদৰ নামাজৰ নিয়ত দুটা মুখস্থ কোৱা। ৰোজা কাক বোলে? ৰোজাৰ বিৱৰণ চমুকৈ লিখা।

১। উত্তৰে সোঁ হতীয়া কৰি শুৱাবা। চিত্ কৰি শুৱাই মুখ খন অলপ পশ্চিম ফালে ঘূৰাই দিবা।

২। মৰাৰ সময়ত বি যি মানুহ ওচৰত থাকে সকলোৱেই চিঞঁৰি "কলেমা চাহাদাত" পঢ়িবা।

৩। মৃত্যু হোৱা মাত্ৰেই চকু দুটা মুদাই দিবা আৰু হাত দুখন তঙৰীমাৰ নিচিনা ৰাখি দিবা।

## গোছল কৰোৱা

গোছলৰ পূৰ্ব্বে নাপাকি বিলাক ধুই লবা। নাপাকি ধুৱাৰ পিচত অজু কৰাবা, তিৰুতা হলে তিৰুতাই গোছল কৰাব আৰু মুনিহ হলে মুনিহে গোছল কৰাব! যদি কোনো অভাৱ হয় তেন্তে তিৰুতাই মতাক আৰু মতাই তিৰুতাক গোছল কৰাব পাৰে। বিশেষ অসুবিধাত তিৰুতাই স্বামীক গোছল কৰাব পাৰে কিন্তু স্বামীয়ে নিজ তিৰুতাক গোছল কৰোৱা নিয়মৰ বিৰুদ্ধ অৰ্থাৎ নোৱাৰে।

### ( মৃত্যু মানুহৰ কাফন )

### মতা মানুহৰ নিমিত্তে। —

১। লেফাফা ...মূৰৰ পৰা ভৰিলৈকে।

২। পিৰাণ ...মূৰৰ পৰা ভৰিলৈকে।

৩। এজাৰ ·· লেফাফাৰ নিচিনা।

## তিৰুত্তা মানুহৰ নিমিত্তে

১। লেফাফা ... মতাৰ নিচিনা।
২। পিৰাণ ... মতাৰ নিচিনা।
৩। এজাৰ ... মতাৰ নিচিনা।
৪। বুকুবেৰ ... কাষলতিৰপৰা আঠুলৈকে।
৫। মূৰ আবৰণ ... দীঃ ডেৰ হাত বা দুই হাত,
প্রঃ আধা হাত।

গোছল কৰোৱাৰ পিচত এই নিয়মে কাফান পিন্ধাবা। কাফন পিন্ধোৱা সম্বন্ধে ইয়াত বিশেষ বিৱৰণ দিয়া নহব, অইন এখন কিতাপত চাই লবা, ইয়াত কেৱল জানাজাৰ বিৱৰণটোহে আলোচনা কৰা হব। আমাৰ প্রায় মানুহে যদিও মোল্লা চাহাবৰ নিচিনা জানাজা পঢ়িবলৈ যায়, কিন্তু প্রায় মানুহে জানাজাৰ 'নিয়ম কাৰণ আৰু নিয়ত নাজানে বুলি কলেও অত্যুক্তি নহয়। ইছলাম ধৰ্ম্মৰ চিনাকি দি জানাজাৰ নিয়ত নাজানা দুখৰ বিষয়, আৰু ই এটা ইছলামৰ প্রধান কৰ্ত্তব্য বুলি বিবেচনা কৰিব লাগে।

### জানাজা।—

অৰ্থাৎ মৃত্যু মানুহৰ কুশল কামনা। জানাজা ইছলামৰ নামাজৰ ভিতৰৰ এটা কৰ্ত্তব্য।

### জানাজাৰ নিয়ত।

নওয়ায়তো আন উয়াদ্দিয়া আৰ্বা তকৃবাৰাতে ছালাতেল্ জানাজাতে ফৰজুল্ কেফায়াতে আছ্‌চানাও লিল্লাহে তায়লা আছ্ চালাতো আলান্নাবীয়ে আদ্দোয়াও লেহাজাল

(১) মাইয়াতে (২) মোতাওয়াজ্জেহান এলাজেহ্তিল কাবাতেছ্ ছৰীফাতে আল্লাহো আকৃবৰ ( ইয়াক শেষ কৰি আল্লাহো আক্বৰ বুলি কাণলৈ হাত উঠোৱা। )

ইয়াৰপিচত—চোবহানাকা আল্লাহোম্মা অ বেহাম্-দেকা অ তাবাৰাকাচ্মোকা অ তা আ-লা জাদ্দোকা অজাল্লা চানাওকা অ লাএলাহা গায়ৰোকা।

( এই ছানা শেষ কৰি দ্বিতীয় তক্বীৰ কৰা। )

আল্লা হোম্মা ছাল্লে আলা মোহাম্মাদেওঁ আলা আলে মহাম্মাদেন্ কামা ছাল্লায়তা অ বা—ৰাক্তা অ তাবা ৰাক্তা অ তাৰ হামৃতা আলা ইব্রাহীমা অ আলা আলে এব্রাহিমা ইন্নাকা হামিদুন মজীদ্ বেৰাহ্ মাতেকা ইয়া আৰ্হামাৰ্ ৰাহেমিন।

( এই দৰুদ পঢ়ি তৃতীতয তকৃবীৰ কৰা। )

আলাহুম্মাগ ফে'ৰ্ লেহাইয়েনা অ মাইয়েতেনা অ চাহেদেনা, অ গায়বেনা ছগীৰেনা অ কবিৰেনা অ জাকাৰেনা অ উনছানা আল্লাহুম্মা মান্ আক ঈয়াই-তাহু মিন্নাফা আহ্য়েহি আলাল্ ইছলামে ওমান্ তাওয়াফ্ ফায়তাহু মিন্না ফাতাওয়াফ ফাহু আলাল্ ইমানে বেৰাহ মাতেকা ইয়া আৰ্ হামাৰ্ ৰাহেমিন।
( এই দোৱা পঢ়ি ৪র্থ তক্বিৰ কাব। )

১—যদি তিকতা মানুহ হয় তেন্তে "লেহাজাল্"ৰ সলনি "লেহাজিহি" কৰা। (২) মোক্তাদি বিলাকে নামাজৰ দবে ইমামক ধৰি নিয়ত কাবব।

মৃত মানুহ যদি নিচেই লৰা হয়, তেন্তে তৃতীয় তক্‌বিৰ কোৱাৰ পিচত এই দোওৱা পঢ়িবা।

**আলাহুম্মাজ আলহু * লানাফাৰ্‌তাওঁ অজ্‌ আলহু লানা আজ্‌ৰাওঁঅ জোখৰাওঁ অজ্‌ আলহুলানা চাফে-য়াওঁ মোচাফ ফায়ান্‌।**

( এই দোওৱা পঢ়াৰ পাচত ৪র্থ তক্‌বীৰ পঢ়ি চালাম ফিৰাবা। )

## জানাজাৰ বিষয় কিছুমান নিয়ম

যদি মাকৰ পেটৰপৰা মৃত লৰা ভূমিষ্ঠ হয়, তেন্তে তাৰ জানাজা পঢ়া কোনো দৰকাৰ নাই, কেৱল গোছল কৰাই এডোখৰ কাপোৰ মেৰাই কবৰ দিলেই হব। কিন্তু যদি লৰা ভূমিষ্ঠ হৈ কান্দে, আৰু যদি শৰীৰৰ কোনো লক্ষণ দেখা যায়, তেন্তে তাৰ নাম ৰাখি, গোছল, কাফন আৰু জানাজা দি অইন মানুহৰ নিচিনা কৈ কবৰ দিব লাগিব।

জানাজাৰ চাৰি তক্‌বীৰৰ এক্ তক্‌বীৰ এৰি দিলেই জানজা সিদ্ধ নহয়। "তক্‌বীৰ তহ্‌ৰীমাত" প্রথম বাৰত নামাজৰ নিচিনা হাত কাণলৈ উঠাই তহৰীমা বান্ধিবা। বাকী তক্‌বীৰত কাণত হাত উঠাব নালাগে কিন্তু শেষৰ বাৰত নামাজৰ নিচিনা চালাম ফিৰাই জানাজা শেষ কৰিব লাগে।

* মৃত্যু মানুহ ছোৱালী হলে, "হু"ৰ ঠাইত "হা" আৰু "চাফেয়াওৰ" ঠাইত "চাফেয়াতাও" আৰু "মোচাফ্‌ফেয়ানৰ" ঠাইত "মোচাফ্‌-ফেয়াতান্‌" কবা।

যদি কোনো মৃত মানুহক জানাজা নপঢ়াকৈ কবৰ দিয়া হয়, তেন্তে তিন দিনলৈকে সেই কবৰত জানাজা পঢ়িব পাৰি। মৃত মানুহক কবৰৰ ভিতৰত থওতে সকলোৱে এই দোওৱা পঢ়া উচিত।

**"বিছমিল্লাহে ও আলা মিল্লাতে ৰাছুলিল্লাহে"** জানাজা থিয় হৈ পঢ়িব লাগে, ইয়াত ছেজদা দিয়াৰ নিয়ম নাই। প্ৰথম তক্‌বীৰত হাত উঠাব লাগে, পিচৰ তকবীৰত "আল্লাহো আক্‌বৰ" কব লাগে, আৰু শেষৰ তকবীৰ পঢ়াৰ পিচত চালাম ফিৰাব লাগে।

## পাচ অক্তৰ নামাজৰ তছবিহ

| | |
|---|---|
| ফজৰৰ নামাজত | …হু-আল্‌হাইওল্‌ কাইউম্‌। |
| জোহৰৰ নামাজত | …হু-আল্‌ আলি এল্‌ আজিম। |
| আচৰৰ নামাজত | …হু-আৰ ৰাহ্‌মানেৰ ৰাহিম্‌। |
| মগৰেবৰ নামাজত | …হু-আল্‌ গাফুৰোৰ্‌ ৰহিম। |
| এছাৰ নামাজত | ‥হু-আল্‌ লাতিফোল্‌ খাবিৰ। |

# ১৪শ পাঠ

## মোছাফিৰিত নামাজ পঢ়াৰ নিয়ম

যি মানুহে তিনদিন তিনি ৰাতি খোজ কাঢ়ি স্থানান্তৰে যায় বা থাকে, তেওঁকে "মোছাফেৰ" বোলে। এওঁৱেই কছৰ নামাজ পঢ়িব লাগে, অৰ্থাৎ নামাজ কমাই পঢ়িব লাগে যেনে,—জোহৰৰ ফৰজ চাৰি ৰাকাতৰ ঠাইত দুই ৰাকাত, আচৰৰ ফৰজ চাৰি ৰাকাতৰ ঠাইত দুই ৰাকাত, সেইদৰে এছাৰ চাৰি

ৰাকাত ফৰজৰ ঠাইত দুই ৰাকাত পঢ়িব লাগে। কিন্তু মগৰেবৰ ফৰজ আৰু বেতেৰ তিনি ৰাকাতেই পঢ়িব লাগিব। কাৰণ ইয়াৰ দুই ৰাকাত পঢ়িলে এক ৰাকাত নামাজ এৰি দিব লগাত পৰা হয়, কিন্তু এক ৰাকাত নামাজ এৰি দিয়াৰ নিয়ম নাই। এই কাৰণে ইয়াৰ তিনি ৰাকাতেই আদায় কৰিব লাগিব।

## কছৰ নামাজ পঢ়াৰ নিয়ম

তিনি দিন তিনি ৰাতিৰ কমে মফস্বলত ফুৰা মানুহৰ কছৰ নামাজ পঢ়াৰ দৰকাৰ নকৰে। এওঁলোকে ঘৰৰ নিচিনাকৈ পুৰাকৈয়ে নামাজ আদায় কৰিব লাগিব।

যদি কোনো মানুহে একে ঠাইতে ১৫ দিন থাকিব লাগিব বুলি নিয়ত কৰি যায়, তেন্তে তেওঁ পুৰা নামাজেই আদায় কৰি পঢ়িব লাগিব। কিন্তু যদি "পোন্ধৰ দিন মফস্বলত থাকিব লগা হয়, কিন্তু ক'ত কেইদিন থাকিব লাগিব" এই ভাব নাথাকিলে তেওঁ কছৰৰ নামাজহে পঢিব লাগিব। মফস্বলৰ পৰা ঘৰত নাহালৈকে কছৰ নামাজ পঢ়িব লাগে, কিন্তু ঘৰ পোৱা মাত্রকে তেওঁ আৰু কছৰ পঢ়িব নোৱাৰে। যদি পোন্ধৰ দিনৰ কম দিন কোনো ঠাইত থাকিবৰ নিয়ত কৰে বা থাকে, তেন্তে তেওঁ কছৰৰ নামাজহে আদায় কৰিব লাগিব। যদি কোনোৱে ভাবে যে—"আজি ইয়াত থাকি কালিলৈ, অইন ঠাইলৈ যাব লাগিব" এনে নিয়তত এক বছৰ বা তাতকৈ বেছি দিন হলেও কছৰ নামাজহে পঢ়িব লাগিব। যি অস্থায়ী

মানুহ অর্থাৎ যাৰ ঘৰ বাৰীৰ ঠিক নাই তেওঁ যদি এঠাইত তম্বু সাজি ১৫ দিন থাকিবলৈ নিয়ত কৰে, তেন্তে তেওঁ কছৰ নামাজ পঢ়িব নোৱাৰে, যদি কোনো মোছাফেৰ মানুহে সম্পূর্ণ চাৰি ৰাকাতৰ নিয়ত কৰিও ফৰজ নামাজ আৰম্ভ কৰে তেন্তে তেওঁ প্ৰথম দুই ৰাকাতৰ পিচত বহিব লাগিব, যদিহে নবহে তেন্তে তেওঁৰ নামাজ বাতেল হব। মোছাফেৰে চাৰি ৰাকাত পূৰা নামাজ পঢ়িলে পিচৰ দুই ৰাকাত নফলত গণ্য হয়। যদি কোনো মোকিম ( স্থানীয় ) মানুহে মোছাফেৰৰ ইমামতী কৰে তেন্তে তেওঁ ইমামৰ লগত চাৰি ৰাকাতেই নামাজ পঢ়িব লাগিব, কাৰণ মোক্তাদিয়ে ইমামৰ তাবেদাৰী কৰা ইছলাম অভিব্যক্তিৰ নিয়ম। আৰু যদি কোনো মোছাফেৰ মানুহে মোকিম মানুহৰ ইমামতী কৰে তেন্তে সেই মোছাফেৰে কছৰ পঢ়িব আৰু মোক্তাদিসকলে ইমামে ছালাম ফিৰোৱাৰ লগতে উঠি বাকী দুই ৰাকাত পঢ়ি শেষ কৰিব।

কিন্তু ইমামে মোছাফেৰ বুলি আনক জনোৱা উচিত। মোছাফেৰে ঘৰৰ কাজা নামাজ মফস্বলত পূৰাই পঢ়িব লাগিব; আৰু মফস্বলৰ কছৰৰ কাজা নামাজ ঘৰত আহি কছৰৰ কাজাহে পঢ়িব লাগিব। যদি কোনো মোছাফেৰে মোছাফিৰী অৱস্থাত কোনো ঠাইত বিয়া বা নিকাহ কৰায় তেতিয়া তেওঁক মোকিম মানুহ বুলি গণ্য কৰা হব। তেওঁ আৰু কছৰ নামাজ পঢ়িব নোৱাৰে। বিনা নিয়তত গোটেই পৃথিবীখন ঘুৰিলেও অৰ্থাৎ ঘৰবপৰা বাহিৰ হলেও কিন্তু কত কিমান দিন থাকিব লাগিব,

আৰু কিমান দিনৰ মূৰত ঘূৰি আহিব পাৰিম, এই বিষয়ে যদি একো ঠিক নাথাকে তেন্তে তেওঁ কছৰৰ নামাজহে পঢ়িব লাগিব ইত্যাদি।

## কাজা নামাজ পঢ়াৰ নিয়ম।

(বেহেস্তি জেৱাৰ ৫৮ পিঠি)

পৰাপক্ষত নামাজ কাজা কৰা ভাল নহয়। বিনা কাৰণত নামাজ কাজা কৰিলে নাইবা পলম কৰি নামাজ পঢ়িলে বহুত গুণাহ হয়। যদি তোমাৰ কোনো কাৰণত নামাজ কাজা হয়, তেন্তে মনত পৰা মাত্রেই আদায় কৰা উচিত। মানুহৰ জীৱন অস্থায়ী এতেকে হঠাৎ মৃত্যু হবও পাৰে, নামাজ বাকী থকাত মৃত্যু হলে সেই কাজা নামাজৰ কাৰণে গোনাহৰ ভাগী হবই লাগিব। যদি তোমাৰ বহুত নামাজ কাজা হয়, আৰু যদি সময় পোৱা তেন্তে তাক একেলগে আদায় কৰিব পাৰা। কিয়নো কাজা নামাজৰ কোনো নিৰ্দ্দিষ্ট সময় নাই। কিন্তু মনত ৰাখিব যাতে মকৰুহ অখক্তত কোনো নামাজেই পঢ়া নহয়, যেনে, ঠিক দুপৰ বেলা, আচৰৰ ফৰজ নামাজৰ পিচত, ফজৰৰ ফৰজৰ পিচত, আৰু সূৰ্য্য উদয় হোৱাৰ পূৰ্ব্বে। যদি তোমাৰ পাঁচ অখক্তৰ নামাজ একেলগে কাজা হয় তেন্তে অখক্তীয়া নামাজৰ পূৰ্ব্বে সেই কাজা নামাজ আদায় কৰিব লাগিব। যদিহে কাজা নামাজৰ কাৰণে অখক্তীয়া নামাজ যাব লগীয়া হয় তেন্তে কাজা নামাজৰ পূৰ্ব্বে অখক্তী নামাজ পঢ়া জায়েজ হব। যদি ভুলক্রমে কাজা নামাজ এৰি পেলাই অখক্তীয়া

নামাজ পঢ়া হয়, তেন্তে তাক আৰু হুনাই পঢ়িবৰ দৰকাৰ নাই। যদি কাজা নামাজ পঢ়িলে জামাত পাবৰ আশা নাথাকে তেন্তে জামাতত চামিল হোৱাই উচিত।

এইটো কথা সকলোৱে মনত ৰাখিব লাগে যে, পাচ অথক্তৰ নামাজ একেলগে কাজা হলে তৰতিবৰ লগত (ক্রমান্বয়ে) পঢ়িব লাগে, অৰ্থাৎ ফজৰৰ পিচত জোহৰ, তাৰ পিচত আচৰ, তাৰ পিচত মগৰেব, আৰু তাৰ পিচত এছাৰ কাজা আদায় কৰিব লাগে। যদি তুমি ফজৰৰ কাজা নামাজ এৰি জোহৰৰ কাজা পঢ়া, তেন্তে তোমাৰ নামাজ কেতিয়াও জায়েজ নহব। কিন্তু যদি ছয় বা তাৰ অধিক অথক্তৰ নামাজ কাজা হয়, তেন্তে তাক আৰু তৰতিবৰ লগত পঢ়া নিয়ম নহয়। যদি তোমাৰ বেতেৰৰ নামাজ কাজা হয় তেন্তে বেতেৰৰ কাজা আদায় কৰিহে ফজৰৰ নামাজ পঢ়িব পাৰিবা। যদি ভুলক্রমে বেতেৰৰ কাজাৰ পূৰ্ব্বে ফজৰৰ নামাজ পঢ়া হয়, তেন্তে দোৰস্ত হব, অৰ্থাৎ কোনো দোষ নাই। বেতেৰৰ আৰু ফৰজৰ কাজা পঢ়িব পাৰি, কিন্তু ছুন্নতৰ কাজা পঢ়িব নোৱাৰি। ফজৰৰ কাজা ফৰ্জ আৰু ছুন্নত দুপৰ বেলাৰ আগভাগলৈকে পঢ়িব পাৰি অনেক মানুহে ভাবে যে, কাজা নামাজৰ অইন নিয়ত আছে, আৰু অনেক মৌলভী চাহেব সকলে এনেকুৱা মত দিয়েও। আমি হলে কাজা নামাজৰ অইন ৰকমৰ নিয়ত ক'তো দেখা নাই। মনতে কাজা নামাজ পঢ়িম বুলি ভাবি সেই নামাজৰ নিয়ত কৈ কাজা নামাজ আদায় কৰিব লাগে।

# ১৫শ পাঠ

## ( তিৰোতাৰ নামাজ পঢ়া সম্পৰ্কে কিছুমান নিয়ম )

তিৰোতাসকলে তহৰিমাৰ সময় নিয়ত কৰি কান্ধলৈ হাত তুলি বুকুৰ ওপৰত তহৰিমা বান্ধিব লাগে। বাওঁ হাতৰ ওপৰত সোঁ হাত ৰাখিবা। কিন্তু মতাৰ নিচিনা কৈ ওপৰত ৰখা হাতৰ বুঢ়া আৰু কনিষ্ঠ আঙুলিৰে ধৰিব নালাগে। ৰুকুত অলপঁহে হালিব কিন্তু ৰুকুত যাওঁতে হাতেৰে আঠুৰ ওপৰত ভৰ দিব নালাগে, হাতৰ আঙুলিবোৰ লগ খুৱাই ৰাখিব। ৰুকুত আঠু দুটা ভাঙি ৰাখিব। শৰীৰটো চাপখুৱাই ৰাখিব। ছেজদাত বগল চাপি ৰাখিব, আৰু ছেজদাত কিলাকুটিৰপৰা হাত মাটিত ৰাখি দিব লাগে। আত্তাহিয়াতো পঢ়াৰ সময়ত দুই ভৰি সোঁ ফালে উলিয়াই দি কাপোৰৰ ওপৰত বহি পঢ়িব। হাতৰ আঙুলিবোৰ তেতিয়া লগাই ৰাখিব। তিৰোতাৰ জামাত আৰু পুৰুষৰ ইমামতী কৰা নিয়ম নহয়। তিৰোতাই ইমামতী তিৰোতাই কৰিব, কিন্তু এক শাৰীত সকলোৱে সমানে থাকিব লাগে। মতাৰ লগত নামাজ পঢ়িব লগীয়া হলে, মতাৰ পিচতহে পঢ়িব পাৰিব। তিৰোতাই ঈদ্ আৰু জুম্মাৰ নামাজ পঢ়িব নালাগে, তিৰোতাই নামাজ শব্দ কৰি পঢ়া নিষেধ, সকলো নামাজেই মনে মনে পঢ়িব লাগে। মতাৰ নিচিনা তিৰোতাই আজান দিয়া নিয়মৰ বাহিৰ।

## তিৰোতাৰ হায়েজৰ সময়ত যি যি কাম কৰিবলৈ মনা তাৰ বিবৰণ।

হায়েজৰ সময়ত তিৰোতাৰ লগত সহবাস কৰা হাৰাম। যি লোকে হালাল বুলি ভাবি সহবাস কৰে, তেওঁ কাফেৰৰ লগত গণ্য হব। সেই কেইদিনৰ নিমিত্তে আল্লাহতাআলাই তিৰোতাৰ নামাজ মাফ কৰি দিছে। তিৰোতাই হায়েজৰ সমত ৰোজা ৰাখিব নোৱাৰে, কিন্তু পিচত কাজা আদায় কৰিব লাগিব। তোমালোকে ভাবিব পাৰা যে, "তিৰোতাই নামাজৰ কাজা যে পঢ়িব নালাগে, ৰোজাৰ কাজা কিয় আদায় কৰিব লাগে?" ইয়াৰ মানে এই যে, যেতিয়া আদম (আলঃ) বেহেস্তৰ পৰা দুনীয়াত আহে, তেতিয়া বিবি হাউৱা (ৰাঃ)ৰ প্ৰথম হায়েজৰ সময় হজৰত আদম (আঃ)ক শুধিছিল যে, তেওঁ নামাজ পঢ়িব পাৰিব নে নোৱাৰে। তেতিয়া আদম (আঃ)এ হজৰত জিব্ৰাইল (আঃ)ক সোধাত তেওঁ খোদাতাআলাৰ ওচৰৰ পৰা হুকুম লৈ কৈছিল যে, "তেওঁ নামাজ পঢ়িব নোৱাৰে"। আৰু যেতিয়া বিবি হাউৱাৰ ৰমজান মাহত হায়েজ হল, তেতিয়া আদম (আঃ)অক ৰোজা ৰখা সম্বন্ধে সোধাত তেওঁ নিজেই কলে যে—"এই সময়ত ৰোজা ৰখা দৰকাৰ নাই।" এইদৰে যেতিয়া তেওঁৰ হায়েজ শেষ হল, তেতিয়া জিব্ৰাইল (আঃ) এ, হজৰত আদম (আঃ)অক কলে, যে, বিবি হাউৱাই ৰোজাৰ কাজা আদায় কৰিব লাগিব।" তেতিয়া আদম (আঃ) এ জিব্ৰাইল (আঃ)অক কলে যে, "খোদাতাআলাই নামাজৰ কাজা

আদায় কৰিব ন্নালাগে বুলি কৈছে ; কিন্তু যে ৰোজাৰ কাজা আদায় কৰিব লাগিব, ইয়াৰ কাৰণ কি ?" তেতিয়া জিব্ৰাইল (আঃ)এ কলে যে, "আপুনি নামাজৰ কাজা সম্বন্ধে খোদা-তাআলাক শুধিছিল, কিন্তু ৰোজা সম্বন্ধে আপুনি খোদাতাআলাক নুশুধি নিজে হুকুম দিছে, সেই কাৰণে ৰোজাৰ কাজা আদায় কৰিবৰৈ খোদাতাআলাই হুকুম দিছে।"

হায়েজ হোৱা তিৰোতাই মছজিদলৈ যোৱা আৰু কোৰ্‌আণ ছৰীফ পঢ়া সম্পূৰ্ণ নিষেধ।

যদি কোনোৱে ভুলক্ৰমে হায়েজ হোৱা তিৰোতাৰ লগত সহবাস কৰে, তেন্তে তেওঁ সেই কাৰণে দিন ৰাতি তৌবাহ কৰি থাকিব, নাইবা আধা দিনৰ কাফাৰা দিব লাগিব।

সন্তান প্ৰসৱ হোৱাৰ পিচত তিৰোতাৰ বেহেমৰ পৰা যি ৰক্ত ওলায় তাক "নেফাছ" বোলে। এই নেফাছ ৪০ দিন পৰ্য্যন্ত থাকে। হায়েজৰ সময়ত যি যি নিয়ম পালন কৰিব লাগে নেফাছৰ সময়তো সেই সেই নিয়ম পালন কৰিব লাগে। ১০।১২ দিনৰ ভিতৰত যদি নেফাছৱালী তিৰোতাৰ ৰক্ত বন্ধ হয়, তেন্তে সেই সময়ত গোছল কৰি নামাজ পঢ়া উচিত। আৰু ৰোজাৰ সময়তো ৰোজা ৰখা উচিত। যদি ৪০ দিনৰ বেছি দিন ৰক্তপাত হৈ থাকে, তেন্তে নেফাছ আৰু হায়েজৰ দৰে নিয়ম পালন কৰা আৱশ্যক নাই, অৰ্থাৎ নামাজ ৰোজা কৰিব পাৰে।

---

# ১৬শ পাঠ।

( চুৰা সমূহ )

## চুৰা আল্‌হামদো ঃ

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম।

আল্‌হামদো লিল্লাহে ৰাব্বেল আলামীন, আৰ্‌ ৰাহ্‌-মানেৰ ৰাহীমে, মা-লেকেইয়াও মেদ্দীন, ইয়াকা-না-বুদু ওয়া ঈয়াকানাছ্‌ তাঈন্‌ এহ্‌দেনাছ্‌ ছেৰাতৰাল্‌ মুস্তাকিমা, ছেৰাতৰাল ল্লাজিনা আন্‌ আম্‌তা আলেইহীম গয়ৰীল মাগ্‌দো—বে আলাইহাম, ওৱালাদ্‌ দ্দা-লী-ন।

## চুৰা কুল্‌ আউজো বেৰাবেন্নাছে ঃ

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম।

কুল্‌ আউজো বেৰাব্বেন্নাছে, মালেকেন্নাছে, ইলাহেন্নাছে, লিন্‌ চাৰ্‌ৰেল্‌ অৱাচ্‌ ওৱাছেল্‌ খান্নাছেল্লাজী ইয়ো ওৱাছৱেছো ফি ছোদুৰেন্নাছে মেনাল্‌ জেন্নাতে অ'ন্নাছ।

## চুৰা কুল আউজো বেৰাব্বেল ফলাকে

বিছল্লমিাহিৰ ৰাহমাণিৰ ৰাহীম।

কুল্‌ আউজো বেৰাব্বেল ফালাকে মিন্‌ চাৰ্‌ৰে মা

**প্ৰশ্নমালা**—মোছাফিৰিত কেনেকৈ নামাজ আদায় কৰিব লাগিব? কছৰ নামাজ সম্পূৰ্ণকৈ যি জানা লিখা, কাজা নামাজ কেনেকৈ আদায় কৰিব লাগিব? নতা আৰু ঠিবাগাৰ নমাজ পঢ়া প্ৰভেদ কি কি? জোনাৰ ৰাহ আৰু নষ্ট হোৱাৰ কাৰণ এইটা দেখুৱাই দিয়া।

খালাকা, অ মিন্ চাৰ্‌ৰে গা ছেকিন্ এজা অকাব অ মিন্ চাৰ্‌ৰেনুন্নাফ্ ফা-ছাতে ফিল্ ওকাদে, অ মিন্ চাৰ্‌ৰে হাছেদিন্ এজা হাছাদ্।

চুৰা এখলাছ (কুলহো আল্লাহ):

কুল্ হো আল্লাহো আহাদ্, আল্লাহোছ ছামাদ, লাম্ ইয়ালেদ অ'লাম্ ইউলাদ্ অলাম্ ইয়া কুল্লাহু কোফোৱান্ আহাদ্।

চুৰা তাব্বাৎ ইয়াদা:

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম।

তাব্বাৎ ইয়াদা আবিলাহাবেওঁ অতাব্ব্, মা আগ্না আনহুমা লুহু অ'মা কাছাব, ছাইয়াছ্লা নাৰান্ জাতা লাহাবেওঁ অম্ৰা আ-তোহু হাম্মালাতাল্ হাতাবে ফিজ্জি-দেহা হাব্লুম্ মিম্ মাছাদ্।

চুৰা এজা-জ্বা-আ:

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম।

এজা জ্বা-আ নাছৰুল্লাহে অলফাৎহো অৰা আয়তান্নাছা ইয়াদ্ খোলুনা ফি দিনিল্লাহে আফওৱাজ্বান্. ফাছাব্বেহ্ বেহাম্দে ৰাৰ্ব্বেকা অয়াস্তাগ ফেৰ্হো, ইন্নাহু কানা তাওয়াবা।

চুৰা কুল্ ইয়া আইউহাল কাফেৰুণা:

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম।

কোল্ ইয়া আইউহাল কাফেৰুণা লা আ' বেদো মা তা'

আ-বেছুনা, অলা আন্তম্ আ'বেছুনা মা আ'বোদ, অলা আনা আবেতুম্ মা আবাৎতুম অলা আন্তম আ'বেছুনা মা আ'বোদ্, লাকুম্ কিনুকুম্ অলেইয়া দ্বীন।

## চুৰা ইন্না আতায়না।

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম।

ইন্না আ'তায়না-কল্ কাওছৰ, ফাছাল্লে লেৰাব্বেকা অন হাৰ ইন্না চানিয়াকা হুৱাল্ আব তাৰ্।

## চুৰা আৰা আয়তাল্লাজী

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম

আৰা আয়তাল্লাজী ইয়োকাজেবো বিদ্দিন, ফজালেকাল্লাজী ইয়াদোওল ইয়াতিমা অলা ইয়াহুদ্দো আলা তা আ'মেল মিছ্কিন। ফাওৱায়লুল্লেল্ মোছাল্লিনাল্লাজিনাহুম্ আন্ ছালাতেহিম ছাহুনাল্লা-জিনাহুম, ইয়োৰাউনা অযাম্ নাউনাল মাউন্।

## চুৰা লেইলাফে

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম

লেইলাফে কোৰায়চিন্ ইলাফেহিম্ ৰেহ্লাতাছ ছেতায়ে ৱাছ ছায়ফে, ফাল্ইয়াবোদু ৰব্বাহাজাল্ বায়তেল্লাজী আৎ আ মাহুম্ মিন্ জুয়েওঁ অ আমানাহুম মিন খাওঁক।

## চুৰা আলামতাৰা

বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম

আলাম্ তাৰা কাৰফা অআ'লা ৰব্বোকা বে আছ হাবেল্ ফিল্ আলাম্ ইয়াজ আল্ কায়য়াহুম্-ফি তদ্লিলেওঁ অ আৰ

ছালা আলায় হিম্ ত্বায়বান্ আবাবিল্. তাৰ মিহেন্ বে-হেজ্জাৰাতে মিন্ ছিজ্জিলিন্ ফাজ্বা আলাহুম্ কা অ'ছ ফিম্ মাকুল।

## চুৰা ইন্না আন্‌জালনাহু।

### বিছমিল্লাহিৰ ৰাহমাণিৰ ৰাহীম

ইন্না আন্ জাল নাহু ফী-লায়লাতেল্ কাদ্‌ৰে ৱামা আদ্‌ৰাকা মা-লায় লাতুল কাদ্‌ৰে লায় লাতুল্ কাদ্‌ৰে খাইকম মীন আল্‌ফে ছাহাৰ, তানাজ্জালুল মা-লা একাতুহু ওৱাৰৰুহু ফিহা বে-এজ্‌নে ৰাব্বেহীম মীন্ কুল্লে আম্‌ৰিন্ ছালাম্, হিয়াহাত্তা মাত্ লাঈল ফাজ্‌ৰে।

চৈয়দ হাফিজ আহম্মদ হুচেইন।

## ( বিশেষ কথা )

যদি কোনো লোকে আৰ্‌বী একেবাৰে নাজানে, তেন্তে তেওঁ ওপৰত চুৰা কেইটা মুখত অহাই ৰাখিলেও নামাজ পঢ়িব পাৰিব। কিন্তু চুৰাবিলাক মুখত অহাই পিচত এজন জনা বুজা আলিমৰ আগত পঢ়ি ঠিক কৰি লোৱা উচিত। কিয়নো আৰবীত এনেকুৱা একোটা শব্দ আছে যে তাক অসমীয়াত লিখি ঠিক কৰিবই নোৱাৰি। কিন্তু যদিহে আৰবী পঢ়িব জানে, তেন্তে, ইয়াত দেখি পঢ়াৰ বাহিৰেও "আমছেপেৰাত" চাই লোৱা উচিত।

# ১৭শ পাঠ।

## এক শ ত্ৰিশ ফৰজ

"ফৰজ" ই খোদাতাআলাৰ আদেশ,। সুতৰাং এশ ত্ৰিশ ফৰজ প্ৰত্যেক মোছলমানে শিক্ষা লাভ কৰা আৰু বোধ থকা একান্ত আৱশ্যক। যি লোকে এই বিষয়ত অজ্ঞাত, হদিছ মতে তেওঁৰ গোটেই শৰীৰ অশুদ্ধ আৰু হাচৰতো তেওঁ মোছলমান বুলি গণ্য নহব। এই ফৰজ মুছলমানী চৰাৰ আদেশ হৈছে যে, "আইন-ফৰজ" মনে চিতে শিক্ষা কৰা, নতুবা কুফৰৰ লগত গণ্য হব লাগিব।

তলত ফৰজ সমূহৰ বিবৰণ চোৱা—

## ঈমান মফাচ্ছেল, ৭ ফৰজ

১। খোদাৰ প্ৰতি ঈমান অনা। ২। খোদাৰ ফিৰিস্তা সকলৰ ওপৰত ঈমান অনা। ৩। আছমানী কিতাপ অৰ্থাৎ তওৰাৎ, জববুৰ, ইঞ্জিল আৰু কোৰআন এই চাৰি কিতাপৰ প্ৰতি ঈমান অনা, ৪। সমস্ত পয়গম্বৰৰ ওপৰত ঈমান অনা (আদম (আঃ) ৰ পৰা শেষ পয়গম্বৰ হজৰত মোহাম্মদ মোস্তফা (দঃ) পৰ্য্যন্ত)। ৫। খোদাতাআলাই হাচৰৰ দিনত মানুহৰ নেকী বদীৰ যে হিচাব লব তালৈ বিশ্বাস অনা। ৬। খোদাতাআলাই মানুহৰ কপালত যি লেখিছে তাৰ প্ৰতি বিশ্বাস অনা। ৭। নিশ্চয় এদিন মৰিম আৰু মৰাৰ পিচত খোদাতাআলাই মৃত শৰীৰৰ ভিতৰত জীৱন দান কৰিব বুলি বিশ্বাস অনা।

## হজৰত মোহম্মদৰ (দঃ) চাৰি কুৰ্চি ও ফৰজ

১। হজৰত মোহম্মদ (দঃ) আবহুল্লাৰ পুতেক
২। আবহুল্লা আবহুল মোত্তালিবৰ পুতেক।
৩। আবহুল মোত্তালিব হাচেমৰ পুতেক।
৪। হাচেম আবহুল মন্নাফৰ পুতেক।

এওঁলোক সকলোৱেই কোৰেচ বংশী আৰু ইয়েই নবীয়ে কৰিমৰ চাৰি কুৰ্চি বুলি বৰ্ণনা কৰা আছে। ইয়াক ফৰজও বোলা যায়।

## চাৰি ইমামৰ বিবৰণ ও ফৰজ

১। ইমাম আজম অৰ্থাৎ হজৰত আবু হানিফা (নুমান) ৰহমতুল্লা আলায় হে। ২। ইমাম চাফেয়ী ৰহমতুল্লাহে। ৩। ইমাম মালেক ৰহমতুল্লাহে। ৪ ইমাম আম্মদ ৰহমতুল্লাহে।

ওপৰত লোৱা চাৰি ইমামৰ মজহাবকেই চাৰি মজহাব বোলে। এই চাৰি মজহাবৰ তাবেদাৰীত পৃথিবীৰ প্ৰায় গোটেই মোছলমান সমাজ চলিছে, আৰু ওপৰত লিখা মহাত্মা সকলৰ বিধানৰ ভিতৰত। এতেকে এখেত সকলৰ কোনো এজন ইমামৰ তাবেদাৰী কৰা ফৰজ।

## অজুত ৪ ফৰজ

১। মুখ ধোৱা। ২। দুহাত ধোৱা। ৩। দুই ভৰি ধোৱা। ৪। মুখৰ চাৰি ভাগৰ এভাগ মছাহ্ কৰা।

## গোছলৰ ফৰজ

১। কুল্লি কৰা। ২। নাকত পানী দিয়া। আৰু ৩। গোটেই শৰীৰ পানীৰে ধোৱা।

## তায়াম্মত ফৰজ

১। নিয়ত কৰা। ২। দুহাত পৰিষ্কাৰ মাটিত মাৰি ঘঁহি মুখ মছাহ কৰা। ৩। তৃতীয় বাৰ দুহাত মাটিত থৈ দুই হাতৰ কমুই এবাৰ মছাহ কৰা।

## বেনায়ে মোছলমানী ৫ ফৰজ।

১। কলেমা চাহাদত পঢ়া। ২। নামাজ আদায় কৰা। ৩। জাকাতৰ পৰিমিত মাল থাকিলে জাকাত দিয়া ৪। ধন থাকিলে হজ্জ কৰা। ৫। ৰমজান ছৰীফত ৰোজা ৰখা।

## ৰোজাৰ নিয়ত আৰু ৰোজা ৬০ ফৰজ

( ত্রিশ ৰোজাত ৩০ ফৰজ, ৰোজাৰ ত্রিশ নিয়তত ৩০ ফৰজ )

## নামাজৰ বাহিৰে ৬ ফৰজ ঃ

১। গোছলৰ আৱশ্যক হলে গোছল কৰা।

২। কাপোৰ অশুদ্ধ থাকিলে পাক কৰি লোৱা।

৩। ঠাই পাক কৰি লোৱা। ৪। ছতৰ ঢাকা,—পুৰুষৰ নাইৰ পৰা আঠুৰ তললৈকে, তিৰোতাৰ দুহাতৰ কজাৰ পৰা দুই ভৰিৰ আৰু গাঁঠিলৈকে. আৰু মুখৰ বাহিৰে গোটেই অঙ্গই ঢাকি ৰখা। ৫। পছিম ফালে মুখ কৰা। ৬। নিয়ত কৰা ( যি অক্তৰেই নামাজ পঢ়া হয় )।

## নামাজৰ ভিতৰত ৭ ফৰজ ঃ

১। তক্‌বিৰকৈ তহ্‌ৰিমা বন্ধা। ২। থিয় হৈ নামাজ পঢ়া। ৩। কোৰআন্‌ ছৰীফৰ আয়াত পাঠ কৰা। ৪। ৰুকুত যোৱা। ৫। খোদাতাঁআলা সাক্ষাতত আছে বুলি জানি ছেজ্‌দা কৰা। ৬। শেষত বহা। ৭। সোঁৱে বামে চালাম ফিৰরা।

## ৫ পাঁচ ওয়াক্ত নামাজৰ নিয়ত ৫ পাঁচ ফৰজ

## ৫ পাঁচ ওয়াক্ত নামাজৰ ৫ পাচ ফৰজ ঃ

## ৰাতি দিনে ১৭ ৰাকাত নামাজত ১৭ ফৰজ ঃ

১। ফজৰৰ ফৰজ নামাজ দুই ৰাকাত।

২। জোহৰৰ ফৰজ নামাজ চাৰি ৰাকাত।

৩। আচৰৰ ফৰজ নামাজ চাৰি ৰাকাত।

৪। মগৰেবৰ ফৰজ নামাজ তিনি ৰাকাত।

৫। এছাৰ ফৰজ নামাজ চাৰি ৰাকাত।

এই এশ ত্ৰিশ ফৰজ।

## ১৮শ পাঠ।

## আকিকাৰ বিৱৰণ

১। ল'ৰা সন্তান জন্ম হলে, দুটা ছাগলি আৰু ছোৱালী জন্ম হলে এটা ছাগলি আকিকা কৰা "মোস্তাহাব।" আমাৰ হজৰত

মোহম্মদে ( দঃ ) হজৰত ইমাম হাছেন ( ৰঃ )ৰ কাৰণে এটা ছাগলিও দিছিল।

২। আকিকাৰ ছাগলি ১ বছৰ, ভেৰা ১ বছৰ, দোম্বা ৬ মাহ, গৰু ২ বছৰ আৰু উটৰ ৫ বছৰ হোৱা উচিত।

৩। সন্তান জন্ম হোৱাৰ ৭ দিনৰ পিচত আকিকা কৰা উচিত। নাইবা ১৪ বা ২১ দিনতো আকিকা দিব পাৰে।

যি লোকে আকিকা দিবলৈ সমৰ্থ নহয়, তেওঁ নকৰিবও পাৰে। সন্তানৰ নাম আকিকাৰ পূৰ্ব্বেও ৰাখিব পাৰে ; ইয়াত কোনো বাধা নাই।

৪। ৭,১৪ নাইবা ২১ দিনত আকিকা দিব নোৱাৰিলেও ৭ মাহত নাইবা ৭ বছৰত আকিকা কৰা উচিত। পিতা মাতাৰ অভাৱত নাইবা আন কাৰণে সময় মতে আকিকা দিব নোৱাৰিলে যি কোনো সময়ত নিজেই নিজৰ আকিকা কৰিব পাৰে। আমাৰ হজৰত পয়গম্বৰ চাহাবে নিজৰ আকিকা নিজে দিছিল।

৫। আকিকা কৰা পশুৰ মূৰ মোছলমান নাপিতক, আৰু এটা ৰাণ মোছলমান দাইক, আৰু তৃতীয়াংশ গোছত দৰিদ্ৰক দিয়া "মোস্তাহাব।" বাকী দুই অংশ বন্ধু বান্ধৱক দিব লাগে। ইয়াৰ ছামৰা দৰিদ্ৰক দান দিয়া অতি উত্তম বিধি।

## আকিকাৰ নিয়ত ঃ

আল্লাহোম্মা হাজেহি আকিকাতো এৰনি ফোলানেন্ দামোহা বেদামেহি অলাহ মোহা বেলাহমেহি, অৱা আজ্ মোহা বে-আজমেহি, অ-জেলদোহা বে-জেল্ দেহি

**অ-চাৰোহা ৰে-চাৰেহী ; আল্লাহুম্মাজ আলহা ফেদায়াল লে-এব্‌নি মিনাল্লাৰে। বিছমিল্লাহে আল্লাহো আকৃবৰ।**

( ক ) বাপেকে নিজে আকিকা কৰিলে "ফোলানাৰ ঠাইত পুতেকৰ নাম কাঢ়িব।" কিন্তু আন কোনোৱে জবেহ কৰিলে, এবনি ফোলানাৰ ঠাইত ফোলান্ এবনে ফোলান হব। ছোৱালী হলে বাপেকে এবনিৰ ঠাইত "বিন্তি" কব আৰু আনে "এবনেৰ" ঠাইত "বিন্তে" কৰ, আৰু উভয়ে "হি" "হা" কব।

## ১৯শ পাঠ।

### ( পশু পক্ষী আদি জবেহ কৰাৰ বিবৰণ )

জবেহৰ নিয়ত।

**নওয়ায় তোৱান আজ্‌বাহা হাজাল্‌ হায়ওয়ানা বেহা-য়ছো ইয়াথ্‌ৰোজু আনৃহুদামোল্‌ মাছ্‌ফুহোওয়াতা কুনো লাহমুহু হালালান্ লেজামিয়েল মোমেনিনা ওয়াল মোমে-নাতে বিছ্‌মিল্লাহে আল্লাহো আকৃবৰ।**

### জবেহত ৬টি ফৰজ

১। জবেহ কৰা আৰু ধৰোতা দুয়োজন নামাজি মুছলমান হোৱা উচিত।

২। জবেহৰ সময়ত দুইজনে বিছমিল্লা কোৱা।

৩। ছুলকুমত জবেহ কৰা।

৪। পশুৰ গলাৰ দুই ফালৰ ৰগ কাটি দিয়া।

৫। ৰগ কাটি তেজ উলিয়াই দিয়া।

৬। খোদাতাআলাৰ ওয়াস্তে জবেহৰ নিয়ত কৰা।

## জবেহত ৪টি ছুন্নত।

১। জবেহৰ পূৰ্ব্বে অজু কৰি লোৱা।

২। জবেহৰ অস্ত্ৰ ধাৰ (চোকা) হোৱা।

৩। জবেহকাৰী আৰু ধৰাজন কাবাৰ ফালে মুখ কৰি থিয় হোৱা।

৪। জবেহৰ নিয়ত পঢ়া।

## জবেহত এটি ওৱাজেব।

১। মোল্লাৰ বাওঁ ফালে পশুৰ মূৰ ৰখা, আৰু সোঁ ফালে ধৰ (শৰীৰ) থাকিব।

## জবেহত ৭টি মকৰূহ।

১। জবেহত অস্ত্ৰ ধাৰ নাথাকিলে।

২। বিছমিল্লা ভুলি গলে।

৩। বে-অজুত তক্‌বীৰ কলে।

৪। জবেহ কৰোতে পশুৰ মূৰ ছিঙি গলে।

৫। কুকুৰা তিনি দিন, ভেৰা সাত দিন, আৰু গৰু দহ দিন বন্ধা নাথাকিলে।

৬। এন্ধাৰ ৰাতি জবেহ কৰিলে।

৭। দিনদাৰ থকাতো তিৰোতাই জবেহ কৰিলে।

৮। জবেহ কৰিয়েই এৰি দিলে।

৯। কাবাত ভিন্ন অইন মুখকৈ জবেহ কৰিলে।

১০। পশুৰ মূৰ সোঁ ফালে ৰাখি জবেহ কৰিলে।

১১। কোৰ্বানীৰ পূৰ্ব্বে বেগৰ ওজৰে পৰেন্দা পশু জবেহ কৰিলে।

## জবেহত ৬টি মক্ৰূহ তহৰিমা।

১। নাপাক শৰীৰে জবেহ কৰা।

২। হায়েজ হোৱা তিৰোতাই জবেহ কৰিলে।

৩। নেফাছ হোৱা তিৰোতাই জবেহ কৰিলে।

৪। দিনদাৰ থাকোতে বেদিনে জবেহ কৰিলে।

নিচাখোৰ বা মাতালে জবেহ কৰিলে।

৬। পাগলে জবেহ কৰিলে।

## জবেহত ৪টি হাৰাম।

১। আল্লাহতালাৰ বাহিৰে অইনৰ নামত জবেহ কৰিলে।

২। মছ্‌ৰেক বেদাত মানুহে জবেহ কৰিলে।

৩। বিছ মিল্লা জানিও নুবুলিলে।

৪। মেহনানৰ নামত জবেহ কৰিলে।

( কুদৰুতুল্যা প্ৰণীত আহকাম জবে দেখা )

**প্ৰশ্নমালা।**—নামাজৰ সময়ত চুৰা কেনেকৈ মিলাই নামাজ পঢ়িবা? গাৰি কুল মুখস্থ কোৰা। জবেহৰ নিয়ত মুখস্থ কোৰা। জবেহত ফৰজ কইটা আৰু কি কি? কি কি কাৰণত জবেহ হাৰাম হয়?

# ২০শ পাঠ।

## ( মহৰম বা আচুৰা )

মহৰম মাহৰ ১০ তাৰিখক আচুৰা বোলে। হদিছত লিখিছে যে, যি মানুহে আচুৰাৰ দিনত ৪ ৰাকাত নামাজ পঢ়িব, তেওঁৰ ৫০ বছৰৰ গুণাহ আল্লাহতাআলাই মাফ্ কৰিব।

এই নামাজৰ প্ৰতি ৰাকাতত "আল্‌হাম্‌দো" চুবাৰ পিচত চাৰি কোল্ * এবাৰকৈ পঢি দুই নিয়তত নফল নামাজ শেষ কৰিবা।

মাননীয় শীৰ এমাম গাজালী ( ৰাঃ ) চাহাবে "ছেৰাজাচ্ছা-লেকিন" নামৰ কিতাপত লিখিছে যে, যি লোকে আচুৰাৰ দিনত এই দোওৱা পঢিব তেওঁ খোদাতাআলাৰ পৰা যি পাবৰ ইচ্ছা কৰে তাক পাব।

### ( দোওৱা )

**আল্লা হোম্মা আৰ্‌হাম্‌নিওৱা তাজা ওৱাজ্‌নি ওৱা ফাজ্‌নি মিন্‌কুলে আফাতেও ওৱা বলিয়াতে।**

আচুৰাৰ দিনা অৰ্থাৎ ৯ আৰু ১০ মহৰমত ৰোজা ৰাখা, এমাম হাছেন হুছেনৰ কাৰণে শোক প্ৰকাশ কৰি চকুৰ পানী উলিওৱা

---

* কুলহুৱা আইউহাল, কুল আউজু বেৰাবেল ফালাকে, কুল আউজু বেৰাবেন্নাছে আৰু কুলহু আল্লাহো আহাদ পঢিবা।

আৰু দোওৱা দৰুদ, কোৰআন চৰীফ পঢ়ি দান খাইৰাত দি তেওঁলোকৰ আত্মাৰ তৰফত বক্‌চি দিয়া বহুত নেকিৰ কাম।

## ফাতিহা-ই-দোৱাজদাহম্।

ৰবিয়ল আউৱাল মাহৰ ১২ তাৰিখক "ফাতিহা দোয়াজ দাহম" বোলে। এই তাৰিখে আমাৰ শেষ পয়গাম্বৰ চাহেব (দঃ) অৰ জন্ম হয়। এই মাহৰ প্ৰথম দিনৰপৰা ১২ দিন-লৈকে মৌলুদ ছৰীফ পাঠ কৰা বৰ পুণ্যৰ কাম।

"ফাতিহা-ই-দোয়াজ দাহম"ৰ ৰাতি পয়গম্বৰ চাহেবৰ আত্মাক নজৰ দিবৰ কাৰণে ২০ ৰাকাত নামাজ পঢ়িব লাগে।

নিয়ম—প্ৰত্যেক ৰাকাতত চুৰা ফাতিহাৰ পিচত ২১ বাৰকৈ কুল্‌হু আল্লা পঢ়ি ১০ চালামত নামাজ শেষ কৰিব লাগে। আৰু নামাজ শেষ কৰাৰ পিচত ১০০ বাৰ এই দৰুদ পঢ়িব লাগে।

## দৰুদ।

আল্লা হোম্মা চাল্লে আ-লা মোহাম্মাদিওঁ ওৱা আ-লা আ-লে মোহাম্মাদেন কামা ছল্লাইতা আ-লা ইব্‌ৰাহিমা ওৱা আ-লা আ-লে ইবৰাহিমা ইন্নাকা হামিদুম্ মজিদ।

## চবে মেয়েৰাজ।

ৰজবৰ ২৭ তাৰিখৰ ৰাতি "চবে মেয়েৰাজ" হয়। এই ৰাতি ১২ ৰাকাত নামাজ তিনি চালামত ও ছয় কায়দায় আদায় কৰিব লাগে।

নিয়ম,—প্ৰত্যেক ৰাকাতত আল্‌হামদো পঢ়াৰ পিচত কোনো এটা চূৰা পঢ়ি চালাম ফিৰাই "কলেমা তম্‌জিদ" এশ বাৰ "আস্তাগফাৰ" এশবাৰ, আৰু "দৰুদ" এশবাৰ পঢ়ি ছেজদাত যাই যিহকে খোজা, আল্লাহ তালাই তাকে দিব।

( কওযায়দে ফিৰোজ চাহীত দেখা )

## আস্তাগফাৰ ঃ

"আস্তাগফে ৰুল্লাহা জন্মবা"।

## দৰুদ ঃ

আল্লা হোম্মা ছাল্লে আলা মোহাম্মাদেন নবিয়েল উম্মিয়ে ওৱা আলা আলেহি"।

## চবে-বৰাত ঃ

চাবান মাহৰ ১৫ তাৰিখৰ ৰাতিক "চবেবৰাত" বোলে। আগত এবছৰৰ ভিতৰত কোনো মৰিব, কোন পয়দা হব, কোন সুখত থাকিব আৰু কোন দুখত থাকিব এইবোৰ হিচাব শেষ কৰি ফিৰিস্তা সকলে এই ৰাতি ছুটী পায়, এই কাৰণে এই ৰাতিক "চবেবৰাত" বোলে।

মগ্‌ৰেব নামাজৰ পিচত ২০ ৰাকাত নামাজ পঢ়িব লাগে, এই নামাজত আল্‌হাম্‌দোৰ পিচত কুল্‌হু আল্লা দহ বাৰ পঢ়ি ১০ নিয়তত আদায় কৰিবা। ( মকচুদল কাচেদিন কিতাপ ছোৱা ) চবেবৰাতৰ ৰাতি ১০০ ৰাকাত নামাজ আদায় কৰিব লাগে, তাৰ প্ৰত্যেক ৰাকাতত আল্‌হাম্‌দোৰ পিচত কুলহুআল্লা ১০ বাৰকৈ

পঢ়িলে, তেওঁৰ নিমিত্তে খোদাতাআলাই ১০০ ফিৰিস্তা পঠাই দিয়ে, ফিৰিস্তা সকলে সেই সময়ত সেই মানুহৰ ওচৰত থাকে, আৰু বেহেস্তৰ সংবাদ দিয়ে। ( তফছিৰ কাশ্বাফত দেখা )

## চবেকদৰ।

এই ৰাতি ১০০০ মাহৰ ৰাতিতকৈ ডাঙৰ। এই ৰাতি ৰোমজান ছৰীফৰ ২৭ তাৰিখে হয়।

এই ৰাতি ১০০ ৰাকাত নামাজ পঢ়িব লাগে, প্ৰত্যেক ৰাকাতত চুৰা "কদৰ" তিনিবাৰ আৰু কুলহুআল্লা ১০ বাৰকৈ পঢ়িব লাগে। যি মানুহে এই নামাজ পঢ়ে, তেওঁ নিশ্চয় বেহেস্তত যাব পাৰিব। ফজৰ বা চুবেহ চাবেক হোৱা মাত্ৰকে আৰু ৪ ৰাকাত নামাজ পঢ়িব লাগে। তাৰ প্ৰত্যেক ৰাকাতত ক্ৰমান্বয়ে চুৰা "কদৰ" তিনিবাৰ আৰু কুলহু আল্লাহো ৫০ বাৰকৈ পঢ়িব লাগে, আৰু ছেজদাত যাই এই তছবিহ ৪১ বাৰ পঢ়িব। —( মকছুদল কাছে দিনত চোৱা )

### তছবিহ।

### "ছুবহানাল্লাহ"

কদৰৰ ৰাতি এই দোওৱা পঢ়িবা।—

**"আল্লহোম্মা ইন্নি আছ্‌ আলুকাল আফুৱা আফিাতে ওৱাল মাইৰেফাতে ফিদ্দিনে ওৱাদ্দুনীয়ায়ে ওৱাল্‌ আখেৰাতে"।**

## আখেৰি চাহাৰ চম্বা

চফৰ মাহৰ শেষৰ বুধবাৰক "আখেৰি চাহাৰ চম্বা" বোলে। সেই বুধবাৰৰ দিনত চাৰি ৰাকাত নামাজ পঢ়িব লাগে। এই নামাজৰ প্ৰত্যেক ৰাকাতত চুৰা আল্‌হাদোৰ্‌ পিচত চুৰা কউচৰ ( ইন্না আতেইনা ) ৭০ বাৰ, চুৰা "কুলহু আল্লা" পাঁচ বাৰ, "কুল আউজু বেৰাবেল ফালাকে" আৰু "কুলআউজু" বেৰাবেন্নাছে ৭০ বাৰকৈ পঢ়ি দুই নিয়তত নফল নামাজ শেষ কৰিবা। তাৰ পিচত চালাম ফিৰাই এই দোওৱা পঢ়িব লাগে। তেহে খোদাতালাই ৰোগ বেমাৰৰপৰা এবছৰলৈ বচাই ৰাখিব।

### দোওৱা

**আল্লাহোম্মা ছাৰ্‌ৰেফ্‌ অন্নিচ্ছোবা হাজালল্‌ য়ৌমে ওৱা ছিমূনি মিনছুইহি ওৱানায্যোনি আম্মা আস্বাবা ফিহে মিনন্নুহুছাতেহি ওৱা কুৰ্‌বাতেহি বেফাজলেকায়াদাফে আছচুকৰে ৰা মালেকান নছূৰে ইয়া আৰ্‌ হামাৰ্‌ ৰাহেমিনা, ওৱা ছাল্লাল্লাহো আ-লা মোহাম্মদেওঁ ওৱা আ-লেহিল আমজাবে ওৱা ৰাৰেক ওৱা ছাল্লেম।**

পাইখানাত যোৱাৰ সময় এই দোওৱা পঢ়িব লাগে।

**"আল্লাহোম্মা ইন্নি আউজোবেকা মেনাল্‌ খোবছে ওলাল্‌ খাবায়াছে।"**

### সহবাসৰ সময় এই দোওৱা পঢ়িবা

**"বিছমিল্লাহে আল্লাহোম্মা জান্নেবনাছ চায়তানে ওৱা জান্নেবেচ্ছায়তানা মেম্মা ৰাজাক্‌ তনা"।**

এই দোওৱা সকলো মমিন মুছলমান ভায়ে আমল কৰা উচিত। কিয়নো এই দোওৱা পঢ়িলে চয়তানে একো কৰিব নোৱাৰে আৰু লৰা ছোৱালী সুশ্ৰী আৰু নেক্‌কাৰ হয়।

## (আয়তল কুৰ্‌ছি দোওৱা)

আল্লাহু ল-ইলাহা ইল্লা হুৱাল হাইয়ুল কাইয়োম, লা তা খুজুহু চিনাতাওৱলা নউমলাহু মা ফিচ্ছামাওয়াতে ৱমা ফিল্ আৰ্‌দে মন্ জল্ লাজিয়াছ ফউ ইন্দাহু ইল্লা বেইজ্‌-নিহ্‌ ইয়া লামুমা ৱাইনা আই দিহিম ৱমা খল্ ফাহুম্ অলা য়ুহিতুনা বেছাই ইম্ মিন্ ইল্ মিহি ইল্লা বেমা ছা-আ অছে আ কুৰ্চি য়ুহুচ্ছামাৱাতে অল্ আৰ্দে ৱলা য়াউহুহু হিফ্‌ জুহুমা ৱহুৱল্ আলিউল্‌ আজিম।

এই দাওৱা সকলোৱে মুখস্থ কৰা উচিত। এই দোওৱা মনক ৰাখিলে, দেও-ভূতৰ পৰাও ৰক্ষা পোৱা যায়।

# ২১শ পাঠ

## মহাত্মা চেখ চাদীৰ উপদেশ।

১। সৰ্ব্ব শ্ৰেষ্ঠ খোদাতালাৰ প্ৰতি দৃঢ় বিশ্বাস ৰাখিবা।

**প্ৰশ্নমালা,**—মুছলমানৰ পৰ্ব্ব কেইটাৰ নাম কোৱা, মহৰমত কি কাৰণে শোক প্ৰকাশ কৰিব লাগে বহলাই লিখা। চবেমেৰাজ, চবেকদৰ আৰু আখেৰি চাহাৰ চম্বাত কেনেকৈ নামাজ পঢ়িব লাগে বহলাই কোৱা

২। লোকৰ সন্মানলৈ বিশেষ দৃষ্টি ৰাখিবা।

৩। সকলোৰে প্ৰতি হক্ বিচাৰ কৰিবা, কিয়নো খোদ-তাআলাই সুখী দুখী সকলোকে সমান চকুৰে চায়।

৪। গুপ্ত কথা কাৰো আগত প্ৰকাশ নকৰিবা।

৫। বিপদৰ সময়তহে বন্ধুক চিনিব পাৰি।

৬। অশিক্ষিত আৰু জালেম মানুহৰ লগত উঠা বহা নকৰিবা।

৭। সৎকাম কৰিবলৈ সদায় চেষ্টা কৰিবা।

৮। শত্ৰু আৰু মিত্ৰৰ লগত হাঁহি মুখে কথা কবা।

৯। পিতা-মাতাক অমূল্য ধন বুলি জ্ঞান কৰিবা।

১০। তোমাৰ শিক্ষকক পিতৃ তুল্য দেখিবা।

১১। আয় বুজিহে খৰছত হাত দিবা।

১২। চকু আৰু জিহ্বাক কু-পথত চালিত নকৰিবা।

১৩। কাপোৰ, মন আৰু শৰীৰক সদায় পবিত্ৰ ৰাখিবা।

১৪। সকলো মানুহকে আপোন যেন দেখিবা।

১৫। নিজৰ মনত যিটো ভাল পোৱা আনৰ মনত সেইটো নকৰিবা।

১৬। নাজানি ওস্তাদি কৰা মূৰ্খৰহে কাম।

১৭। আনৰ বস্তুলৈ লোভ নকৰিবা।

১৮। গুৰুজনৰ ওচৰত ডাঙৰকৈ কথা নকবা।

১৯। আশাকাৰী মানুহক নিৰাশাত নেপেলাবা।

২০। সৎলোকৰ আগত বা পিচত নিন্দা নকৰিবা।

২১। কোনো মানুহক আনৰ আগত লাজত নেপেলাবা।

২২। কথা কোৱাৰ সময়ত হাত লৰাই অস্থিৰ ভাৱে কথা কলে যে আদাবী কৰা হয়।

২৩। সূৰ্য্য উঠা সময়ত টোপনিত নাথাকিবা।

২৪। বেয়াৰ লগীত মুফুৰিবা, আনকি আলাপেই নকৰিবা।

২৫। বাটৰ খৰচ আনৰ হাতত নাৰাখিবা।

২৬। সময় অমূল্য ধন, এতেকে অনাহকত সময নেখেদাবা।

২৭। ইহ পৰকালত যি প্ৰযোজন, তাক যৌৱন কালত সংগ্ৰহ কৰিবা।

২৮। খঙৰ বেগত কোনো কামকে নকৰিবা।

২৯। লৰা তিৰোতাক কোনো জগৰত পেলাই থৈ নাযাবা, তেওঁলোকে চিৰকাল তোমাক গালি দি থাকিব।

৩০। পৰৰ তিৰোতালৈ কু নজৰ নকৰিবা। তোমাৰ ঘৰতো তিৰোতা মানুহ আছে।

৩১। আপোন ভালেহে জগত ভাল।

৩২। পৰিশ্ৰমেই প্ৰধান পৈতৃত সম্পত্তি।

৩৩। বস্তুৰ অযত্ন গৃহিণীৰ গুণৰ পৰিচয় মাথোন।

৩৪। পৰীক্ষাত বাহিৰে কোনো বস্তুতে বিশ্বাস নাৰাখিবা।

৩৫। কষ্টত পৰি শিক্ষাহে আচল শিক্ষা।

৩৬। অসাৱধানতাত অনেক লোকচান হয়, আনকি নিজৰ জীৱনো যাব পাৰে।

৩৭। বেছিকৈ কথা কোৱা মানুহক মিথ্যাবাদী বোলে।

৩৮। তিৰোতাক সমূলি বিশ্বাস নকৰিবা।

৩৯। সজ গুণ তিৰোতাৰ প্ৰধান অলঙ্কাৰ।

৪০। কম দাম হলেও অদৰ্কাৰী বস্তু নলবা।

৪১। ধৰ্ম্মৰ পথ পোন নহয়, কিন্তু অধৰ্ম্মৰ পথ বৰ পোন।

৪২। মনত ৰাখিবা খোদাতাআলাই সদায় তোমাক দেখি আছে।

৪৩। বলতকৈ কৌশল শ্ৰেষ্ঠ।

৪৪। নিজৰ ভুল কোনেও বিশ্বাস নকৰে।

৪৫। মানীৰ অপমান বজ্ৰতুল্য।

• ৪৬। ধনী পৰাধীন অপেক্ষা স্বাধীন দৰিদ্ৰও ভাল।

৪৭। অশিক্ষিত থকাতকৈ জন্ম গ্ৰহণ নকৰাই ভাল।

৪৮। কুসঙ্গীৰ সঙ্গতকৈ অকলসৰে থকাই ভাল।

৪৯। চিন্তা ৰোগৰ ঔষধ নাই।

৫০। গৰীবক দেখি ঘৃণা নকৰিবা খোদাতালাই তোমাকো গৰীব কৰিব পাৰে।

৫১। সংসাৰ অস্থাযী পৰকাল চিৰস্থায়ী।

৫২। যদি খোদাতালাৰ পৰা মৰম পাব চোৱা, তেন্তে এবাদত আৰধনাত কষ্ট স্বীকাৰ কৰিবা।

৫৩। চকু মুদিলে ধন জন পৰি থাকিব, কেৱল নেকীহে সাৰথি হব।

৫৪। যদি পাপৰ পৰা উদ্ধাৰ হব খোজা, তেন্তে মন ঠিক ৰাখি পাঁচ অখক্তৰ নামাজ পঢ়া।

৫৫। ধাৰ্ম্মিকা তিৰোতাইহে সকলোতকৈ সুন্দৰী।

৫৬। বিপদত কেতিয়াও হত বুদ্ধি নহবা।

৫৭। অনিচ্ছাত কোনো কামেই নকৰিবা।

৫৮। বৃথা সময় নষ্ট কৰিলে নিশ্চয় অনুতাপ কৰিবা।

৫৯। মৃত্যুৰ পিচত তোমাৰ তিৰোতাই পতি পতি বুলি কান্দিব, লৰা ছোৱালীয়ে বাবা, বাবা বুলি কান্দিব, বন্ধু বান্ধৱে ভাই ভাই বুলি কান্দিব, কিন্তু হায়! তোমাৰ সদগতিৰ নিমিত্তে কোনেও নাকান্দে।

৬০। কাৰ্য্যত পলম কৰিলে বিপদ হব পাৰে।

৬১। সোৰোপা মানুহেইহে কামৰ দোষ উলিয়ায়।

৬২। সামান্য কথাত খঙ্ কৰা, দুখত অধীৰ হোৱা, সদায় দ্বন্দ্ব কৰা, কুস্বভাবী তিৰোতাৰ এই তিনি লক্ষণ।

৬৩। খঙত ইঁহা, অলপতে তুষ্ট হোৱা, দুখত সান্ত্বনা দান, স্বৎস্বভাবী তিৰোতাৰ এই তিনি লক্ষণ।

৬৪। পাপৰ কথা প্ৰকাশ কৰাও পাপ।

৬৫। শাহুৱেক আৰু বোৱাৰীয়েকে দ্বন্দ্ব কৰা ঘৰ পয়মালৰ কাৰণ। বেটাৰ ( পোৰ ) বোৱাৰীয়েকক কষ্ট দিয়া বৰ গুণাহ। কিন্তু বোৱাৰীয়েকে শাহুৱেকক তাবেদাৰী নকৰিলে সেইটো কেৱল বেটাৰ ( পোৰ ) হে দোষ।

৬৬। যাৰ পৰকাললৈ চিন্তা নাই তেওঁ "মানুহ" নামৰ অযোগ্য।

৬৭। বিবেচনাৰ লগত হে মানুহক উপদেশ দিবা।

৬৮। ভাল কাপোৰ পিন্ধিলে ভাল মানুহ হব নোৱাৰে, স্বভাৱেইহে ভাল মানুহৰ পৰিচয় দিয়ে।

৬৯। তোমাৰ লৰা তিৰোতাক যেনে দেখা, সকলোকে তেনে দেখিবা।

৭০। দুনীয়াত সকলো মানুহৰে অধিকাৰ একে, এতেকে কাকো ঘৃণা নকৰিবা।

৭১। বিদ্যা শিকিলে অনেক বুদ্ধি ওলায়।

৭২। বুদ্ধি হীন লোকে কেতিয়াও সুখী হব নোৱাৰে।

৭৩। ৰূপত বলীয়া হোৱা মূৰ্খৰহে কাম।

৭৪। কোনো কথা ভাবিহে কৰিবা।

৭৫। খণ্ডৰ আগেয়ে কাৰণ বিচাৰিবা।

৭৬। এগুণ বিদ্যা থাকিলে শত গুণ আক্কেল হয়।

৭৭। কথাৰ ওপৰত কথা নকবা।

৭৮। অধৰ্ম্মীক কেতিয়াও বিশ্বাস নকৰিবা।

৭৯। আগেয়ে কাম কৰা পিচত খোচ্‌নামলৈ আশা কৰা।

৮০। সংসাৰত কোনো আপোন নহয়, এতেকে নিজক নিজে সহায় কৰিবলৈ চেষ্টা ৰাখিবা।



## গুণাহৰ প্ৰকাৰ

জীৱনৰ ভিতৰত কুকৰ্ম্মৰ কাৰণে তওবা কৰি ঈমান নানিলে মৰণৰ সময়ত কষ্ট পাই তওবা কৰি ঈমান আনিলেও কবুল নহয়।

গুণাহ দুই প্ৰকাৰ; যেনে (১) ছুগিৰা গুণাহ বা সাধাৰণ পাপ। (২) কবিৰা গুণাহ বা মহা পাপ। তলত কিছুমান কবিৰা গুণাহ জনক কাৰ্য্য উল্লেখ কৰা গ'ল—।

মিছা কথা কোৱা, মিছা সাক্ষী দিয়া, সঁচা লুকাই ৰখা, বিশেষ কাৰণৰ বাহিৰে ফৰজ নামাজ নপঢ়া, জিনা কৰা, চুৰি কৰা, বলকৰি পৰৰ বস্তু আত্মসাৎ কৰা, পিতা মাতাৰ মনত দুখ দিযা আৰু অবাধ্যত চলা, তিৰোতাই স্বামীক সেৱা নকৰা, মোছলমানক গালি পৰা, অইনক জিনা কৰা বুলি মিছা অপবাদ দিযা. আনৰ বেযা কথা ৰতণা কৰা. আমাণত খেয়াণত কৰা. ধৰ্ম্ম যুদ্ধত পিঠি দিয়া, ঘোছ বা ভেটি খোৱা, সুত খোৱা, কুল মৰ্য্যাদাৰ গৌৰৱ কৰা, বিক্ৰীৰ সময়ত ওজনত কম বস্তু দিয়া নাচ গান, বাজনা কৰা বা দেখা, প্ৰতিজ্ঞা ভঙ্গ কৰা, কোৰ্‌আন ছৰীফ পঢ়িব জানিও ভুলি যোৱা, লোকক বাহাদুৰী কৰি দেখুৱাবলৈ কোনো কাম কৰা, এতিমৰ মাল আত্মসাৎ কৰা, ছুগিৰা গুণাহ ঘনে ঘনে কৰা, বিনা কাৰণে কাকো হত্যা কৰা, মদ পান কৰা, মোছলমানৰ প্ৰতি বেয়া ধাৰণা কৰা। গাহৰীৰ গোছত, খোৱা, জুৱা খেলা, যাদু কৰা, তিৰোতাক বেপৰ্দ্দাত ৰখা ইত্যাদি।

—ঃ অন্ত ঃ—




## মোৰ বক্তব্য

মোৰ নিচিনা জ্ঞানহীন মানুহে মুছলমানী বিষয়লৈ কোনো কথ ব্যাখ্যা কৰা বৰ লাজৰ কথা। তথাপি সকলো মোমিন মুছলমান ভায়ে নিজৰ জাতিৰ উন্নতিৰ অৰ্থে চেষ্টা কৰা উচিত বুলি বিবেচনা কৰিহে এই **"ইছলাম সোপান"** খনি সংগ্ৰহ কৰিবলৈ কাপ হাতত ললোঁ। ইয়াত কলেমা, নামাজ, ৰোজা আৰু নিয়তবোৰ ভাগ ভাগকৈ দেখুৱা হৈছে। তাৰ বাহিৰে প্ৰত্যেক পাঠৰ তলত সদায় মনত থাকিবৰ কাৰণে প্ৰশ্ন কৰি দিয়া হৈছে, এতেকে সৰু সৰু লৰা-ছোৱালীবিলাকৰ ঘৰ আৰবী উৰ্দ্দু শিকোৱাৰ বাহিৰেও ঘৰুৱা পাঠৰ নিচিনাকৈ ঘৰত অভিভাৱকে মুখস্থ কৰাই ৰাখিলে অতি সহজে স্বধৰ্ম পৰায়ণ হব পাৰিব বুলি মোৰ দৃঢ় বিশ্বাস। মুঠৰ ওপৰ কৰবলৈ গলে লৰাৰপৰা বুঢালৈকে ইয়াৰ দ্বাৰা স্বধৰ্ম্মৰ কাম সাধিব পাৰিব। শেষত কব লগীয়া এই যে মোৰ বন্ধু ডিব্রুগড় গৱৰ্ণমেণ্ট হাইস্কুলৰ হেড মৌলবী জোনাব মৌলবী আবদুলবা চাহাবে কিতাপ খনিৰ গুণাগুণ বিচাৰ কৰি ছপাবলৈ উৎসাহ দিছে, তেওঁৰ মতামত বুজিব পাৰিছোঁ যে কিতাপখনি পাঠশাল মকতবত নিৰ্দ্ধাৰিত কৰিলেও বহুত উপকাৰত আহিব। ইতি —

ডিব্রুগড় গৱৰ্ণমেণ্ট হাইস্কুল, ১।১।২৫ } এ, ৰহমান চাহ্।

## জাননী

গ্ৰন্থকাৰৰ কিতাপবোৰ তলৰ ঠিকনাত আৰু আন আন কিতাপৰ দোকানত পাব।

| | | |
|---|---|---|
| ১। মক্তবৰ শিশুবোধ 'ক' মানৰ— | | /৬ পাই |
| ২। ঐ ঐ 'খ' মানৰ— | | /৬ |
| ৩। মোছলেম সাহিত্য পাঠ ১ম ভাগ— | | ৶০ অনা |
| ৪। ঐ ঐ ঐ ২য় ভাগ— | | ।/০ |
| ৫। ঐ ঐ ঐ ৩য় ভাগ— | | ।৵০ |
| ৬। পাটীগণিত শিক্ষা প্ৰণালী— | | ।৶০ |
| ৭। ইছ্লাম সোপান ১ম ভাগ— | | ১॥০ |
| ৮। কাবিন নামাৰ নকল ( বিয়াৰ কাৰণ )— | | /৩ |
| ৯। কিয়ামতৰ খবৰ | যন্ত্ৰস্থ | |
| ১০। শিশুৰ আদৰ্শ ধাৰাপাত | যন্ত্ৰস্থ | |
| ১১। শিশুৰ ইছ্লামিক কিচ্ছা (ছপা হব) | | |

মুনজাহান ষ্টোৰ
কুমাৰপাৰা, গুৱাহাটী।